# একুঁকি ধেমেলীয়া সাধু

## বিশ্বৰ ভিন্ ভিন্ দেশৰ ধেমেলীয়া সাধুৰ সংকলন

সংগ্ৰহ/সম্পাদনা

জয়শ্ৰী গোস্বামী মহন্ত

অসম সাহিত্য সভা

**Ekuki Dhemelia Sadhu :** A Book of selected Folk-tales of different part of the World collected and edited by Jayashree Goswami Mahanta, Published by Sri Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001, First edition 1991. Price Rs. Ten only.

---

# একুঁকি ধেমেলীয়া সাধু

সংগ্ৰহ/সম্পাদনা

জয়শ্ৰী গোস্বামী মহন্ত

প্ৰকাশক ঃ
শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

প্ৰথম প্ৰকাশ ঃ এপ্ৰিল, ১৯৯১ চন

মূল্য ঃ ১০·০০ টকা

বেটুপাত আৰু অলংকৰণ ঃ ৰমেন্দ্ৰনাৰায়ণ জোৱাদ্দাৰ

মুদ্ৰণ ঃ বিস্ময় প্ৰিণ্টাৰ্চ, গুৱাহাটী–৩

মৰমেৰে

পল্লবী, জাহ্নবী আৰু স্যমন্তকলৈ

—মামী, মা

## প্ৰধান সম্পাদকৰ নিবেদন

অসম সাহিত্য সভাৰ প্ৰকাশন আঁচনিৰ অন্যতম বৈশিষ্ট্য হ'ল শিশু সাহিত্যৰ প্ৰকাশ। সভাই ইতিমধ্যে উত্তৰ-পূৰ্বাঞ্চলৰ জনগোষ্ঠী-সমূহৰ মাজত প্ৰচলিত সাধুবোৰ অসমীয়া ভাষাত প্ৰকাশ কৰিছে আৰু এই সাধুসমূহে শিশু তথা কিশোৰ-কিশোৰীৰ লগতে অনুসন্ধিৎসু পাঠকৰপৰা সমাদৃতও হৈছে। ইতিমধ্যে সভাই দেশ-বিদেশৰ বিভিন্ন সাধুৰ সংকলনো প্ৰকাশ কৰিছে।

অসমীয়া শিশু সাহিত্য জগতত ইতিমধ্যে অনুবাদ তথা মৌলিক ৰচনাৰ যোগেৰে সুনাম অৰ্জন কৰা শ্ৰীমতী জয়শ্ৰী গোস্বামী মহন্তই তেওঁৰ অসমীয়া ভাষালৈ অনুদিত দেশ–বিদেশৰ আঠোটা সাধু প্ৰকাশৰ বাবে সভালৈ জনোৱা অনুৰোধ সাপেক্ষে 'একুঁকি ধেমেলীয়া সাধু' প্ৰকাশ কৰা হ'ল; গ্ৰন্থখন পুনৰীক্ষণৰ লগতে আগকথা লিখি দিয়া বাবে প্ৰখ্যাত সাংবাদিক-সাহিত্যিক শ্ৰীযুত ৰাধিকামোহন ভাগৱতীৰ ওচৰত আমি কৃতজ্ঞ হৈ ৰ'লোঁ।

সভাৰ তিনিওটা কাৰ্যালয়ৰ সহকাৰী সম্পাদক ক্ৰমে (সৰ্বশ্ৰী) মুকুল হাজৰিকা, প্ৰমোদ কাকতি তথা শৈলেন দাসে গ্ৰন্থখন ছপা-শালৰপৰা উলিয়াই অনাত যথেষ্ট সহায় কৰিছে। আমি তিনিওগৰাকীলৈ আন্তৰিক শলাগ জনালোঁ। বেটুপাত তথা ভিতৰৰ পৃষ্ঠাৰ অলংকৰণৰ বাবে কবি-শিল্পী ৰমেন্দ্ৰনাৰায়ণ জোৱাদ্দাৰলৈ আমাৰ ধন্যবাদ ৰ'ল।

গুৱাহাটীৰ 'বিস্ময় প্ৰিণ্টাৰ্চ'ৰ স্বত্বাধিকাৰী শ্ৰীযুত শশী ফুকনদেৱে অতি কম সময়ৰ ভিতৰতে গ্ৰন্থখন ছপা কৰি দিয়াৰ বাবে তেওঁৰ লগতে ছপাশালৰ সমূহ কৰ্মচাৰীলৈ শলাগ জ্ঞাপন কৰিলোঁ।

আশাকৰোঁ সভাৰ অন্যান্য প্ৰকাশনৰ দৰে এই গ্ৰন্থখনেও পঢুৱৈ ৰাইজৰপৰা সমাদৰ পাব।

॥ চিৰ চেনেহী মোৰ ভাষা জননী ॥

**শ্ৰীসতীশচন্দ্ৰ চৌধুৰী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

১ এপ্ৰিল, '৯১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

# আগকথা

বিশ্বৰ আঠখন বেলেগ বেলেগ দেশৰ আঠোটা সাধুকথা অসমীয়ালৈ ভাঙনি কৰি যুগুত কৰিছে শ্ৰীমতী জয়শ্ৰী গোস্বামী মহন্তই। প্ৰতিখন দেশতে বিভিন্ন প্ৰকাৰৰ মানুহৰ বসতি হ'লেও এই মানুহখিনিৰ ক'ৰবাত নহয় ক'ৰবাত মিল পোৱা যায়। আমাৰো যেন ইয়াত মিল আছে; ক'ৰবাত কেনেবাকৈ কিবা প্ৰকাৰৰ মিল। বোধহয়, সকলো মানুহৰ এইটোৱে শ্ৰেষ্ঠ আৰু শেষ পৰিচয়। পুৰণি সাধুকথাবিলাকে মানুহৰ একালৰ মনটোৰ চিনাকি বহন কৰে— যিদৰে আমাৰ বুঢ়ী আইৰ কিম্বা সন্ধিয়াৰ সাধু আমাৰ জাতিৰ এক পৰিচয়। সাধুবিলাকে মানৱ সমাজখনৰ বিষয়ে জানিব লগা বহুতো কথাৰো পৰিচয় দিয়ে। লোক পৰম্পৰা কিম্বা লোক যানৰপৰা হীৰা-মুকুতা বুটলি তাৰ আলোক-নিৰ্যাসত যিকোনো দেশৰ নতুন মনো উলাহী উঠিব পাৰে, সাধুবিলাকে সদায় সকলো ঠাইতে এই কথাকে সোঁৱৰাই আহিছে নিমিত্তে বেলেগ বেলেগ দেশৰ হ'লেও সেইবিলাক আমাৰ অতি আপোনৰ— সমগ্ৰ মানৱ জাতিৰ সম্পদ। ৰাজহুৱা সম্পত্তিৰদৰেই সেইবিলাকত অধিকাৰ সকলোৰে।

কিন্তু ভাষাৰ ব্যৱধান থকা নিমিত্তেই হেঁপাহ থাকিলেও আমি এইবিলাকৰ সোৱাদৰপৰা বঞ্চিত হওঁ। অনুবাদে সেই অসুবিধা দূৰ কৰি দিয়ে। আমি সমূহীয়াকৈ এইবিলাকৰ সোৱাদ ল'ব পাৰোঁ। শ্ৰীমতী মহন্তই অসমীয়া পাঠক সমাজক সেইকণ উপকাৰ কৰিছে— বাংলাদেশ, আৰব, চীন আদি আঠখন দেশৰ সাধুকথাবিলাকৰ একোটাকৈ অসমীয়ালৈ অনুবাদ কৰি সাধুবিলাকৰ যোগেদি প্ৰকাশ পোৱা বিভিন্ন সমাজৰ মন, পৰম্পৰা আদিৰ পৰিচয় থাউকতে পোৱাৰ সুবিধা দি শ্ৰীমতী মহন্ত আমাৰ সকলোৰে শলাগৰ যোগ্য হৈ পৰিছে। সাধুকেইটা পঢ়িলেই বুজিব পাৰি— একোটাহঁত মানৱ গোষ্ঠীৰ সাৰ্বজনীন মনোভূমি, কল্পদৃষ্টি আদিৰ প্ৰকাশ পাইছে। ইয়াৰপৰা অসমীয়া পাঠক সমাজে— বিশেষকৈ কিশোৰসকলে তেওঁলোকৰ পাখিলগা মনৰ জোখাৰে কিছুমান সমল লৈ উপকৃত হ'ব নিশ্চয়। আনহাতে বিজ্ঞানে লোকযান (Folklore)ৰ বিশেষত্ব অধ্যয়ন কৰাৰ বাবেও বিদ্যায়তনিক সুযোগ পাব।

যিকোনো অনুবাদ কামৰ সীমিত সফলতা আছেই। কবিতাৰ কথা বেলেগেই সাধুৰ বেলিকাও অনুবাদ পাকৈত নহ'লে হাতত লোৱা অনুবাদ কাম নীৰস হৈ পৰাৰ লগতে গোটেই অনুবাদ ব্যৰ্থ হৈ পৰা দেখা যায়। মূল পুথি যিমানেই ৰেহা লগা নহওঁক কিয়, হাত নপকিলে ভাঙনিত সেইটো ওলাই নপৰে। শ্ৰীমতী গোস্বামীৰ হাত পকিছে বুলি ক'বও পাৰে— বিশেষকৈ তেওঁৰ পূৰ্বৰ অনুবাদৰদৰেই এই পুথিত সংকলন কৰা গল্পকেইটাৰে অসমীয়া ৰূপান্তৰ পঢ়ি কথাটো আগতে নাজানিলে অনুবাদ যেনেই নালাগে। সৰল-সহজ উপযোগী ভাষা শ্ৰীমতী মহন্তৰ বিশেষত্ব। আটাইকেইটা সাধু হাস্যৰসৰ হোৱাত পঢ়ি অটাই মনলৈ বেলেগ ধৰণৰ আনন্দও আহে। সাধুবিলাক পঢ়ি কিশোৰসকলে যে আনন্দ পাবই, ডাঙৰেও পঢ়ি একেদৰেই সোৱাদ ল'ব পাৰিব বুলি আমাৰ বিশ্বাস। সাধুবিলাকৰ সহজ প্ৰকাশে পাঠকক আকৰ্ষণ কৰিব। কোনো ঠাইত ভাষা এক বিশেষ আকৰ্ষণীয় হৈও উঠিছে। দুই টেটোন বহুদিনৰ মূৰত লগ লগাত দুয়ো লগ হৈ তিন টেলেঙনি মাৰি খোৱাৰ কথা পঢ়িলে চীন দেশৰ সাধু হ'লেও অসমীয়া সমাজখনলৈ মনত পৰে। শব্দটোৰ এনেদৰে প্ৰয়োগ কৰা হৈছে যে বেলেগে চন্দ্ৰধৰ বৰুৱাৰ 'বস্ত্ৰকোষ'ৰ পাত লুটিয়াই অৰ্থ চাবও নালাগে। শব্দই নিজা ৰূপৰস গল্পলৈ প্ৰকাশ পালে, তাত কৃত্ৰিমতা নাথাকে— শ্ৰীমতী মহন্তৰ অনুবাদত কথাটো উপলব্ধি কৰিব পাৰি। শ্ৰীমতী মহন্তই হাতৰ কলম নেৰি কিশোৰৰ উদ্দেশ্যে লিখা আন বিখ্যাত পুথি অসমীয়ালৈ ভাঙনি কৰিব বুলি আমি আশা কৰোঁ। পুথিখনে পাঠক সমাজৰপৰা যথোচিত সমাদৰ পাব বুলিও আমি আশা কৰিলোঁ।

ৰাধিকামোহন ভাগৱতী

৫ চেপ্টেম্বৰ, '৯০

## ..... কল্পলোকৰ ঘোঁৰাত উঠাৰ আগতে.....

পৃথিৱীৰ বিভিন্ন দেশৰ আঠোটা ধেমেলীয়া সাধু এই পুথিখনিত সন্নিবিষ্ট কৰা হৈছে। শিশুৰ কল্পনাৰাজ্যত কল্পলোকৰ ঘোঁৰাই চেকুৰ মেলি যায়। কোনো বন্ধনে, কোনো প্ৰাচীৰে সেই ঘোঁৰাৰ গতি ৰুধিব নোৱাৰে। কেৱল অসমৰ বা ভাৰতবৰ্ষৰে নহয়, বিশ্বৰ বিভিন্ন দেশৰ, বিভিন্ন ভাষাৰ, বিভিন্ন জাতি-উপজাতিৰ মাজত প্ৰচলিত এই সাধুবোৰে আদিম কালৰেপৰাই শিশুমনক নিৰ্মল আনন্দ দান কৰি আহিছে। এই সাধুবোৰে ভৌগোলিক সীমাৰেখাৰ বন্ধন চেধাই ভ্ৰমি ফুৰে ইখন দেশৰপৰা সিখন দেশলৈ, ইখন মহাদেশৰপৰা সিখন মহাদেশলৈ— ভিন্ ভিন্ জনে সময়ৰ বুকুত মন-ডিঙাৰ পাল মেলি দিয়ে সাত সাগৰ তেৰ নদীৰ সিপাৰলৈ। ভাষাৰ ডাৱৰে তাত ধুমুহাৰ সৃষ্টি কৰিব নোৱাৰে, সকলো দেশৰে শিশুমন যে একেটা সুৰতে বন্ধা! আমাৰ দেশৰ সাধুকথাৰ দৈত্যই কয় 'হাঁও মাঁও খাঁও... মানুহৰ গোন্ধ পাওঁ', ইউৰোপৰ দৈত্যবোৰে কয় 'ফি ফি ফো... স্মেল দা ব্লাড অফ্ ব্ৰিটিছমেন' অৰ্থ একেই, আবেদনো একেই। সেয়ে অতি সহজেই সাধুবোৰে আকৰ্ষণ কৰে শিশুমনক। তাতে আকৌ শিশু-মন কল্পনাবিলাসী, আবেগ প্ৰৱণ, যুক্তিৰ প্ৰাধান্য তাত নাথাকে।

সাধুকথাৰ পাঠক আৰু শ্ৰোতাৰ প্ৰকৃততে কোনো বয়স নাই। প্ৰতিজন মানুহৰ অন্তৰতে এটি শিশু লুকাই থাকে, পাঁচ বছৰীয়া শিশুৰ-পৰা আশী বছৰীয়া বৃদ্ধলৈকে আটাইয়ে সাধু ভাল পায়। বহু সময়ত ই ইচ্ছাপূৰণৰ মানসিক আহিলাৰূপেও কাম কৰে। বাস্তৱ জগতত আমাৰ যিবোৰ ইচ্ছা, আশা-আকাংক্ষা পূৰণ নোহোৱাকৈ ৰৈ যায় সাধুকথাৰ জগতখনৰ মাজেৰে আমি ক'ব নোৱাৰাকৈয়ে সেইবোৰ পূৰাই লওঁ। হয়তো এনেকৈয়ে আমি মানসিক তৃপ্তি লাভ কৰিব বিচাৰোঁ। সেয়ে অত্যাচাৰী জমিদাৰৰ নাকটো খেতিয়কৰ ল'ৰা-জনে কাটি পেলোৱা শুনিলে চেকোশ্লোভাকিয়াৰ অকণিয়ে যিদৰে আনন্দ পায় আমিও সেইদৰে আনন্দ পাওঁ। দুষ্ট বুদ্ধিৰ ভঁৰাল নাপিত-জনক খৰিকটীয়াই সেকাপালি দিয়া শুনিলে আৰৱ দেশৰ অকণিহঁতৰ দৰেই আমাৰ অকণ-অকনিহঁতেও আমোদ পায় নাইবা অতি লোভৰ ফলত জমিদাৰে দুৰ্গতি পোৱা দেখিলে কোৰিয়াৰ অকণিৰদৰেই আমাৰ অকণিয়েও স্ফূৰ্তিতে হাতচাপৰি মাৰে।

বৰ্তমানৰ বিজ্ঞানৰ অগ্ৰগতিৰ যুগত সাধুকথাৰ সংকলনস্মো কেনেই? এৰা, সেয়াও চিন্তা কৰিবলগীয়া কথাই। প্ৰকৃততে সাধুকথা হ'ল মানৱ সভ্যতাৰ আদিযুগৰ এক সম্বল। বুৰঞ্জীয়ে চুকি পোৱা দিনৰো বহু আগৰেপৰাই সাধুকথা কোৱা আৰু শুনাৰ প্ৰচলিত ৰীতি পৃথিৱীৰ সকলো দেশৰে মানৱ সমাজত চলি আহিছে। সেই সময়ত লিখি থ'ব পৰা ব্যৱস্থা নাছিল বাবে সাধুকথাবোৰ মুখে মুখে প্ৰচলিত হৈছিল। তাৰ ফলত বিভিন্ন সময়ত বিভিন্ন মানুহৰ মুখত পৰি কেতিয়াবা এইবোৰে ন-সাজো পৰিধান কৰিবলগীয়া হৈছিল। কেতিয়াবা ইখন দেশৰপৰা সিখন দেশলৈ বিভিন্নজনৰ যোগেদি এই সাধুকথাবোৰ ভ্ৰমি ফুৰিছিল। সেয়ে বিভিন্ন দেশৰ সাধুকথাবোৰৰ মাজত কেতিয়াবা আঁচৰিত মিল দেখা যায়। গৱেষকসকলৰ ওচৰত, সমাজবিদ, পুৰাতাত্ত্বিক নাইবা বুৰঞ্জীবিদসকলৰ বাবেও দেশে দেশে প্ৰচলিত এনে সাধুবোৰৰ মূল্য অপৰিসীম। এইবোৰে একোখন দেশৰ, একোখন সমাজৰ চিন্তাধাৰাৰ প্ৰতিচ্ছবিও ডাঙি ধৰে, সেয়েহে তেওঁলোকৰ বাবে এইবোৰ কেৱল মাত্ৰ মনহৰা সাধুৱেই নহয়, বুৰঞ্জীৰ সম্বল গোটোৱাৰ ইন্ধনো।

এই পুথিখনিত অসমৰ অকণ-অকণিহঁতলৈ ভিন্ ভিন্ দেশৰ ধেমেলীয়া সাধুৰ সম্পাদিত সংকলন আগবঢ়োৱা হৈছে যাতে তেওঁ-লোকে পৃথিৱীৰ বিভিন্ন দেশৰ সৈতে এতিয়াৰেপৰা পৰিচিত হ'বৰ সুযোগ পায়। পৰক আপোন কৰিব পৰা অচিনাকী দেশৰ, অচি-নাকি সমাজৰ অকণিসকলৰ মন-বীণাৰ ঝংকাৰ অনুভৱ কৰিব পৰা এটি মুকলি মন গঢ়ি তুলিব পাৰে।

কণ কণ বন্ধু-বান্ধৱীসকলে সাধুকেইটা ভাল পালে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি অনুভৱ কৰিম।

—লেখিকা

# সূচী



চেকোশ্লোভাকিয়া

# চুঙা চাই সোপা

খেতিয়কজনৰ তিনিটা ল'ৰা, তিনিও চফল ডেকা— ইৰকা হ'ল আটাইতকৈ ডাঙৰ, মাজুজনৰ নাম মাতেই আৰু সৰুজন? এৰা, মাকৰ পেটমোছা নুমলীয়া ল'ৰাটিক মৰমেৰে আটায়ে হন্‌ছা বুলি মাতিছিল। বাপেক দিনে দিনে বুঢ়া হৈ আহিছে, গাত আগৰ দৰে বল-শক্তিও নাই। এদিন তেওঁ তিনিওজন ল'ৰাকে মাতি আনি ওচৰত বহুৱালে, তাৰপিছত বুজনিৰ সুৰত লাহে লাহে ক'লে— 'বোপাইহঁত অ', তহঁতে দেখিছই মই দিনে দিনে বুঢ়া হৈ আহিছোঁ, আগৰদৰে পৰিশ্ৰম কৰিব নোৱাৰোঁ; পথাৰলৈ নগ'লেই নহয় বাবেহে গৈ আছোঁ, এতিয়া তহঁত উপযুক্ত হৈছ— সেয়ে খেতি-বাতিৰ দায়িত্ববোৰ মই তহঁতকে গতাবলৈ বিচাৰিছোঁ।'

'কিন্তু দেউতা', ডাঙৰ ল'ৰা ইৰকাই ততালিকে মাত লগালে— খেতি-বাতিত নো কি সুখ আছে, গোটেই বছৰটো গেবাৰি খাটি খেতি কৰিলোঁৱেই যেনিবা, বানপানী আহক বা খৰাঙেই হওক সকলো পৰিশ্ৰম অথলে যাবগৈ। দিনে-ৰাতিয়ে খাটিও পেটৰ ভাতমুঠিৰ বাবে চিন্তা কৰিবলগীয়া হয়। মোৰ হ'লে খেতি-বাতিত মুঠেও মন নাই।

'তেন্তে তই কি কৰিম বুলি ভাবিছ?' দেউতাকে চিন্তিত হৈ সুধিলে— 'আমি বোপা-ককাৰ দিনৰেপৰা খেতি-খোলা কৰিয়েই পেট প্ৰবৰ্তাই আছোঁ; এতিয়া জানো সতকাই অইন কিবা কৰিব পাৰিম?'

'সেইবোৰ সকলো ভাবি চাইছোঁ। মই ভাবি-চিন্তি ঠিকেই কৰিছোঁ যে এইবোৰ খেতি-বাতিৰ লেঠাৰ মাজত মই আৰু নোসোমাওঁ। প্ৰথমতে চাকৰি কৰি অলপ ধন ঘটি লওঁ; তাৰপিছত ব্যৱসায় কৰিম। চাকৰি কৰিলে দেউতা, ইমান কষ্ট নহয়। মাহেকৰ মূৰত নগদ টকাকেইটাও পোৱা যায়, ৰ'দে-বৰষুণে খেতি-পথাৰলৈ গৈ গাধৰ খাটনি খাটিবগৈও নালাগে। মুঠতে চাকৰিত সুখ বেছি।'



'তই আৰু আপত্তি নকৰিবি বোপাই।
ককায়েৰে খেতি-বাতিলৈ মন নকৰিলেই...'

ডাঙৰ পুতেকৰ কথা শুনি বাপেকে দীঘল হুমুনিয়াহ এটা কাঢ়িলে। তেওঁ খেতিয়ক মানুহ, পথাৰৰ মাটিৰ গোন্ধ, ধান, গম, যৱ এইবোৰ নিজহাতে ৰুই-চপাই যি আনন্দ আৰু আত্মতৃপ্তি তেওঁ পায় সেই-থিনি পৃথিৱীৰ আন একোৰে সমান হ'ব নোৱাৰে। চাকৰি কৰি মাহেকৰ মূৰত টকা কেইটামান পোৱা যায় সঁচা, কিন্তু ধাননিডৰাৰ ফালে চাই পোৱা আনন্দকণ জানো টকাকেইটাই আনি দিব পাৰিব?

বুঢ়াই এইবাৰ বৰ আশাৰে মাজু পুতেক মাতেইলৈ চালে। ভাবটো এনে' যেন 'তই আৰু আপত্তি নকৰিবি বোপাই। ককায়েৰে খেতি-বাতিলৈ মন নকৰিলেই, তহঁত দুয়োটাই লাগি দিলেও মই মনত তেওঁ অলপ শান্তি পাম।' পিছে... বুঢ়াৰ আশাত তেনেই চেঁচা পানী পৰিল।

বাপেকে মাতেইলৈ চাওতেই সি যেন তেওঁৰ মনৰ কথা বুজি পালে। 'দেউতা, ময়ো হ'লে হালোৱা-হজুৱাৰ এই কামবোৰ ভাল নাপাওঁ। চাকৰি কৰি দুয়োহাতে আৰ্জিম, সুখেৰে ভাতমুঠি খাম। বোকা-পানী গছকি ৰ'দে-বৰষুণে মই দেহাটো ঘূণীয়া কৰিবগৈ নোৱাৰোঁ।'

বাপেকে এইবাৰো একো নামাতিলে, তেওঁৰ চকুহাল চলচলীয়া হ'ল। দেহাক মাটি, তেজক পানী কৰি তেওঁ ইমানদিনে নিজৰ পথাৰৰ



ধান-মাহেৰে সকলোকে খুৱাই আহিছে, আজি তেওঁৰ মাটিভৰাহে ছন পৰিবলগীয়া অৱস্থা...।

হনছাই বাপেকৰ মুখলৈকে চাই আছিল— সি বাপেকৰ মনৰ দুখ বুজি পালে। বৰ কোমল মাতেৰে লাহে লাহে সি ক'বলৈ ধৰিলে— 'দেউতা, তুমি কেলেই চিন্তা কৰিছা? ককাইদেউহঁতে খেতি-বাতি কৰিব বিচৰা নাই কিছুদিনৰ বাবে, তেওঁলোকে ব্যৱসায় বাণিজ্যতে লাগকচোন বাৰু, মইতো আছোঁৱেই। অকণমান মাটিও মই ছন পৰিবলৈ নিদিওঁ, তুমি চাই থাকা। মই অকলে হ'লেও খেতি কৰিম।'

এইবাৰহে বুঢ়াৰ মুখত হাঁহি বিৰিঙিল। বাপেকে ভাল পালেও ককায়েক দুজনে হ'লে ভায়েকৰ মূৰ্খামি দেখি তাক জোকাবলৈ নেৰিলে। তেওঁলোকে তাক বুজালে 'তুমি একেবাৰে অ'কৰাৰ দৰে কাম কৰিলা। খেতি-বাতি কৰি কেইজন ধনী হ'ব পাৰিছে? তাতকৈ ব্যৱসায় কৰাৰ কথা ভবা হ'লেই ভাল আছিল।'

কিছুদিনৰ পিছত এদিন ইৰকাই চাকৰি বিচাৰি ঘৰৰপৰা ওলাল। চাকৰিৰ ধন সাঁচি পিছত সি ব্যৱসায়কে কৰিব। ইথন-সিথনকৈ সি কেবাখনো গাঁও ঘূৰিলে। ভালকৈ মনে মিলা চাকৰিৰ সন্ধান হ'লে ক'তো নাপালে। অৱশেষত এদিন সি এজন ডাঙৰ জমিদাৰৰ ঘৰ ওলালগৈ। জমিদাৰজন আকৌ বৰ কৃপণ আছিল, কেৱল কৃপণেই নহয়, তেওঁ বৰ নিষ্ঠুৰো আছিল। দুই-চাৰি টকাৰ বাবেও আনকি তেওঁ যিকোনো বেয়া কাম কৰিবলৈ পিছ নুহঁহকিছিল। ইৰকা আহি চাকৰিৰ কথা কোৱাত কৃপণ জমিদাৰে পেটে পেটে ভালেই পালে। তেওঁ ভাবিলে 'এইজন চোন যেচ স্বাস্থ্যবান, কষ্ট কৰিব পৰা ল'ৰা। ইয়াৰ হতুৱাই কিছুদিন কামবন কৰাই লওঁ, পিছত কিবা এটা চেলু উলিয়াই তাক দৰমহা নিদিয়াকৈ খেদি দিলেই হ'ব।' তেওঁ ফুটাই হ'লে আন কথাহে ক'লে— 'হেৰা বোপাই, তোমাক চাকৰি এটা দিব পৰা হ'লে মই ভাল পালোহেঁতেন, কিন্তু এতিয়াতো মোৰ ইয়াত বিশেষ একো কাম নাই। নহ'লে তুমি ডেকা ল'ৰা— কাম বিচাৰি নিজে আহিছা, তোমাৰ উপকাৰ কৰিব পৰা হ'লে মই বৰ আনন্দ পালোঁহেঁতেন।'

কিন্তু দেউতা, চাকৰি এটাৰ মোৰ বৰ প্ৰয়োজন। আপুনি জমি-দাৰ মানুহ— মন কৰিলেই আপুনি মোৰ এইকণ উপকাৰ কৰিব পাৰে। চাকৰি এটা পালে মই আপোনাৰ শুচৰত ধৰুৱা হৈ থাকিম।'

'হওঁতে তুমি ইমানকৈ কৈছা যেতিয়া...' জমিদাৰে কিবা চিন্তা কৰা যেন দেখুৱালে। "কাম এটা তোমালৈ উলিয়াব লাগিব। বাৰু তোমাক কেইদিনমান খেতি-পথাৰৰ কামতে লগাওঁ, পিছে-পৰেও অইন কিবা কাম উলালে দিব পাৰিম। পিছে বোপাই, তোমাক সৰু কথা এষাৰ কওঁ, মই মানুহজন বৰ ৰঙিয়াল ; ওন্দোলোৱা মুখ, খং-ৰাগ মই সহিবলৈকে টান পাওঁ— তুমিও ইয়াত থাকিলে সদায় আনন্দ মনেৰে থাকিব লাগিব। সেয়ে আমাৰ দুয়োৰে কথা দুয়োজনে মনত ৰাখিবলৈ আমি এটা চুক্তি কৰোঁ দিয়া, নে কি কোৱা ?"

'হ'ব, মোৰ আপত্তি নাই। ময়ো ৰংমনেৰে থাকিবলৈ ভাল পাওঁ। কওক, কি চুক্তি ?'

'তুমি সকলো সময়তে আনন্দ মনেৰে থাকিব লাগিব, কেতিয়াও খং কৰিব নোৱাৰিবা। যদিহে কেতিয়াবা অকণমানো খং কৰা' মই তোমাৰ নাকটো কাটি পেলাম আৰু কোনো দৰমহা পাতি নিদিয়াকৈ তোমাক যাবলৈ দিম। আকৌ মই যদি কেতিয়াবা খং কৰোঁ তুমিও মোৰ নাকটো কাটিব পাৰিবা। মান্তি নে ?'

ইৰকাই ভাবি চালে জমিদাৰে একো বেয়া কথা কোৱা নাই। ভালেই হৈছে, এনেকুৱা এখন ঘৰ আৰু এনেকুৱা পৰিবেশত থাকিবলৈ পোৱাটোচোন ভাগ্যৰে কথা। সি সৰল মনেৰে সম্মতি দি দিলে। জমিদাৰে ইৰকাক কামত মকৰল কৰিলে। তেওঁ ইৰকাক খেতিপথাৰলৈ পঠিয়াই দিলে। সিও আনন্দমনেৰে পথাৰলৈ গ'ল। সি যোৱাৰ পিছত জমিদাৰ আৰু জমিদাৰনীয়ে ইজনে সিজনৰ চকুলৈ ইংগিতপূৰ্ণ হাঁহি মাৰিলে— 'ৰ বোপাই, পাৰি ভালকৈ সেকাপালি ... !' তাৰ পিছত জমিদাৰনীয়ে লৰালৰিকৈ আখলত সোমালগৈ। খৰচৰ ভয়ত কৃপণ জমিদাৰে কোনো লগুৱা-লিগিৰী নাৰাখিছিলেই, কেতিয়াবা যদি কাৰোবাক ৰাখেও খাবলৈ নোপোৱা বাবে নাইবা দৰমহা নোপোৱা বাবে তাহাঁত যায়গৈ— ভাত-পানী ৰন্ধাৰে আদিকৰি সকলো কাম জমিদাৰনীয়ে নিজে কৰে !

ভাত-পানী ৰান্ধি অতাঁই দুয়ো গিৰিয়েক ঘৈণীয়েকে খাবলৈ বহিল।

'আজিহে আজি ! আজি বপুৰা ভাল ফান্দত পৰিল। কেইদিন সি নোখোৱাকৈ থাকিব পাৰে চাওঁচোন। অৱশেষত মোৰ হাতত নাকটো দি দৰমহা নোপোৱাকৈ সি যাব লাগিব। কেনে বুদ্ধি পাঙিছোঁ ! এপইচাও খৰচ নহ'ল— কামখিনিও কৰাই ল'লোঁ... ।' বৰ আত্মপ্ৰসাদেৰে ঢেক্-ঢেকাই হাঁহিবলৈ ধৰিলে তেওঁ।



ঘৈণীয়েকেও যোগ দিলে, 'ময়ো জানো কম ? আমি খাই-বৈ উঠি তালৈ পকা বন্ধাকবিৰ পাত এগালমানকে নিমখ দি সিজাই থম নহয় ! খা কি খাৱ... খাই থাক হেঁপাহ পলুৱাই খা... ।' আকৌ দুয়ো একেলগে হেঃ হেঃ কৈ হাঁহিবলৈ ধৰিলে।

ক্ৰমে দুপৰীয়া পাৰ হওঁ হওঁ হ'ল। খেতিপথাৰত কাম কৰি কৰি ইৰকাৰ ভাগৰ লাগিল, ভোকত পেটেও কল্‌মলাবলৈ ধৰিলে। সি ভাত খাবলৈ জমিদাৰৰ ঘৰলৈ খোজ ল'লে।

ইৰকাক পথাৰৰপৰা অহা দেখি জমিদাৰনীয়ে লৰালৰিকৈ তিনি-খন থালত বন্ধাকবিৰ পকা পাতেৰে বন্ধা জোল সজালে। তাৰপিছত জমিদাৰ আৰু ইৰকাক খাবলৈ মাতিলে, তেৱোঁ দুয়োৰে লগত খাবলৈ বহিল।

খাবলৈ দিয়া বস্তুখিনিৰ ৰূপ দেখি ইৰকা আচৰিত হ'ল। পথাৰৰ-পৰা ভোকে ভাগৰে জুৰুলা হৈ বাট বাটে খোজকাঢ়ি আহি থাকোঁতে সি মনে মনে জমিদাৰৰ ঘৰৰ নানা বিধৰ লোভনীয় খাদ্যবস্তুবোৰৰ কল্পনা কৰি কৰি আহি আছিল। কিন্তু... খাবলৈ বহি এয়া... ! সি আচৰিত হ'ল। পেটে পেটে খঙো উঠিল, মানুহে গৰু-গাহৰিকো এইবোৰ খাবলৈ নিদিয়ে। ঘৰত হোৱা হ'লে সি এইবোৰ বস্তু দলিয়াই পেলালেহেঁতেন। কিন্তু... ইয়াত তো .. । সি মনৰ খু-দুৱনি মাৰি-বলৈকে জমিদাৰ গৃহিণীক ক'লে— 'এয়াই নে ? আৰু কি আছে খাবলৈ ?'

'বোপাই অ,' আৰু কিবা থাকিলে জানো তোমাক নিদিয়াকৈ থাকিলোঁহেঁতেন ? মই মানুহক খুৱাই-বুৱাই বৰ ভাল পাওঁ বুজিছা, যি ৰান্ধো বাঢ়োঁ আলহীৰ সৈতে বহি একেলগে ভগাই খাওঁ। এয়া চোৱা, তোমাক যি দিছোঁ আমিও জানো তাকেই খোৱা নাই ?' কথা-ষাৰ কৈয়েই ইৰকাই নেদেখাকৈ জমিদাৰণীয়ে কুটিল হাঁহি এটা মাৰিলে। সি আৰু মুখেৰে একোকে নামাতি বন্ধাকবিৰ পাতবোৰ লিৰিকি-বিদাৰি থাকিল। ভোকত পেটে কল্‌মলাব ধৰিছে, কিন্তু এইবোৰ বস্তু খোৱাৰ কোনো উপায় নই— একেবাৰে অখাদ্য।

জমিদাৰে আঁৰ চকুৰে তালৈ চাই আছিল। এইবাৰ তেওঁ বৰ কোমলকৈ মাত লগালে 'ইৰকা, তোমাৰ খং উঠিছে নেকি ?' লগে লগে ইৰকাৰ চুক্তিটোৰ কথা মনত পৰিল। 'নাই, নাই মোৰ অকণো খং উঠা নাই।' জমিদাৰক দেখুৱাবলৈকে সি মিছাকৈ মুখখন হুঁহাৰ নিচিনা কৰিলে।



'ইৰকা, তুমি খিং কৰিছা নেকি? আমিচোন
এনেকৈয়ে খাওঁ বোপাই। জমিদাৰে সুধিলে।'

সিদিনাৰ দিনটো তেনেকৈয়ে পাৰ হ'ল। পিছদিনাও ৰাতিপুৱা উঠি ইৰকা পথাৰলৈ গ'ল। প্ৰচণ্ড ৰ'দ, ইফালে সি আগদিনাৰপৰাই একো খোৱা নাই— লাহে লাহে তাৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। পথাৰৰ কামখিনি কোনোমতে সামৰি সুতৰি সি জমিদাৰৰ ঘৰলৈ আহিল। সি আহি পোৱা দেখি জমিদাৰনীয়ে বৰ আথে-বেথে তাক ভিতৰলৈ মাতি নিলে।

'ইৰকা আহা বোপাই, তোমালৈ ৰৈ ৰৈ আমিও একো খোৱা নাই, আহা একেলগে খাওঁ।'

ইৰকাই পেটে পেটে ভাবিলে কালি খোৱাবস্তুবোৰ দেখি মই বেয়া পোৱা বুলি এওঁলোকে জানিছেই; আজি চাগে ভাল ভাল বস্তু ৰান্ধিছে— সেয়ে ইমান আলহ-উদহকৈ খাবলৈ মাতি নিছে। ভালেই হৈছে, ইমান ভোক লাগি আছে, দকচি খাম বাপেকে।' তিনিও বহিল। খোৱাবস্তু দেখি ইৰকাই কথমপিহে নিজকে চম্ভালি ৰাখিলে— আজিও সেই একেই, বন্ধাকবিৰ পকা পাতবোৰ নিমখ দি সিজাই দিছে। খঙত সি ফোঁপাবলৈ ধৰিলে, চকুমুখ ৰঙা পৰিল।

'ইৰকা, তুমি খং কৰিছা নেকি? আমিচোন এনেকৈয়ে খাওঁ বোপাই।' জমিদাৰে সুধিলে।

খঙৰ কথা শুনি আজিও সি নিজকে চম্ভালি ল'লে। খং কৰা বুলি গম পালেই তাৰ নাকটো কটা যাব যে! কোনোমতে অকণমান



সময় সেই অখাদ্যবোৰ লিৰিকি-বিদাৰি সি উঠি আহিল। তাৰ পেটৰ ভোক পেটতে থাকিল।

পিছদিনা। পথাৰতে তাৰ মূৰটো বাৰে বাৰে আচন্দ্ৰাই কৰিবলৈ ধৰিলে। দুদিন একো খোৱা নাই— ইফালে পৰিশ্ৰমো হৈছে যথেষ্ট। সিদিনা সি সোনকালে ঘৰলৈ উভতিল। আঁতৰৰপৰাই সি দেখিলে জমিদাৰ আৰু ঘৈণীয়েকে নানান বিধৰ বস্তুৰে খাই উঠি লৰালৰিকৈ সেইবোৰ মেজৰপৰা আঁতৰাই থৈছে। সি এতিয়াহে আচল ৰহস্যটো বুজি পালে। তাৰ মানে.. সি অহাৰ আগতে সদায় তেওঁলোকে এইদৰে পেট পূৰাই ভালদৰে খাই লয়। বন্ধাকবিৰ পকা পাতেৰে ৰন্ধা সেই অখাদ্যবোৰ আচলতে তাক খুৱাবলৈকেহে তেওঁলোকে লগত বহি খোৱাৰ ভেকো-ভাওনা খন কৰে। গম পায়েই তাৰ খঙে চুলিৰ আগ পালেগৈ।

ইৰকাক অহা দেখি আনদিনাৰ দৰে জমিদাৰণীয়ে তাক আদৰ-সাদৰকৈ মাতি আনিলে। সদায় কৰাৰদৰেই তিনিখন কাঁহিত তেওঁ খোৱাবস্তু সজালে, তিনিও বহিল খাবলৈ···।

খাবলৈ বহিয়েই বৰ শান্ত মাতেৰে ইৰকাই ক'লে— 'এইবোৰ নহয় আই, আপোনালোকে যিবোৰ বস্তুৰে খাই বৈ উঠিলে, সেইবোৰ আনক।'

'আমি খাই বৈ উঠিলোঁ? তুমি এইবোৰ কি কৈছা? আমিচোন এয়াহে তোমাৰ লগত খাবলৈ বহিছোঁ!'

'নহয়, মই অহাৰ আগতে আপোনালোকে যিবোৰ বস্তুৰে খোৱা-বোৱা কৰিলে তাৰ কথাহে কৈছোঁ। এইবোৰ বন্ধাকবিৰ পকা পাতেৰে ৰন্ধা জোল আপোনালোকে পাৰে যদি খাওক, মই খাব নোৱাৰোঁ।'

'এইবোৰ তুমি কি কৈছা ইৰকা?' জমিদাৰে মাত লগালে— 'আমি যি খাইছোঁ তোমাকো তাকে দিয়া হৈছে। মিছামিছিকৈ কেলেই তুমি এইদৰে দোষাৰোপ কৰিছা?'

ইৰকাই সকলো পাহৰি এইবাৰ খঙত একোনাই হৈ চিঞৰি উঠিল—'সেইবোৰ মই নুবুজোঁ, দিনৰ পিছত দিন নোখোৱা-নোবোৱাকৈ মই আপোনালোকৰ খেতিপথাৰত কাম কৰি থাকিব নোৱাৰোঁ। মানুহে গৰু-ছাগলিকো এনেকুৱা খাদ্য নিদিয়ে...। আপোনালোকে মই অহাৰ আগতে নানাবিধ বস্তুৰে সদায় দুপৰীয়াৰ সাজ পেটপূৰাই খায়— মই অহাৰ পিছত এই অখাদ্যবোৰ মোক খুৱাবলৈকে আপোনালোকে মোৰ লগত খোৱাৰ অভিনয় কৰে। মই সকলো গম পাইছোঁ ..।'

'তেন্তে··· এইবোৰ সকলো গম পোৱাৰ পিছত তোমাৰ চাগে খঙেই উঠিছে ?' জমিদাৰে ধেমালিৰ সুৰেৰে সুধিলে।

তেওঁৰ কথা শুনি ইৰকাৰ খং দুগুণে চৰিল। 'খং নুঠিবনে ? আপোনালোকৰ ব্যৱহাৰপাতি দেখিলে মৰা মানুহৰো খং উঠিব...।' তাৰ কথা শেষ হ'বলৈকে নাপালে, জমিদাৰ আগৰেপৰা সাজু হৈ আছিল— তেওঁ চকুৰ পচাৰতে জেপৰপৰা চোকা ছুৰী এখন টানমাৰি উলিয়াই আনি ইৰকাৰ নাকটো কাটি পেলালে। যন্ত্ৰণাত অস্থিৰ হৈ সি চিঞৰি চিঞৰি কান্দি জমিদাৰৰ ঘৰৰপৰা ওলাই আহিল। তাৰ-পিছত বহু কষ্টেৰে সি নিজৰ ঘৰ ওলালগৈ।

ককায়েকৰ অৱস্থা দেখি মাতেইৰ বৰ খং উঠিল। সি খঙত একোনাই হৈ সেই মুহূৰ্ততে জমিদাৰৰ তালৈ যাবলৈ ওলাল। হনছাই বুজালে— 'ককাইদেউ, তুমি এনেকৈ এতিয়াই যাব নালাগে। আমি ভাবিচিন্তি কিবা এটা উপায় উলিয়াব লাগিব। ইমান দুষ্ট মানুহজনক সেকাপালি দিবলৈ হ'লে ভালকৈ সাজু হৈহে যাব লাগিব।'

'নাই, মই হ'লে অকণো ৰ'ব নোৱাৰোঁ। তাক ভালকৈ এসেকা নিদিয়ালৈকে মই শান্তি নাপাওঁ।' তৰ্জন-গৰ্জন কৰি মাতেই ঘৰৰপৰা ওলাল।

সিও ককায়েকৰ নিচিনাকৈ জমিদাৰৰ ওচৰত চাকৰি বিচাৰিলে।

'তুমি চাকৰি বিচাৰিছা হয়, পিছে মোৰ এটা চৰ্ত আছে। যদি সেই চৰ্ত মানি চলিব পাৰা তেতিয়াহে চাকৰি দিয়াৰ কথা মই ভাবি চাব পাৰোঁ।'

জমিদাৰে কি চৰ্তৰ কথা ক'ব মাতেইয়ে আগতেই জানিছিল যদিও নজনা যেন দেখুৱাই সুধিলে— 'কি চৰ্ত কওক।'

জমিদাৰে ইৰকাক কোৱাৰ দৰেই তাকো ক'লে চৰ্তটোৰ কথা। সিও মান্তি হ'ল। এদিন গ'ল, দুদিন গ'ল— সেই একে ঘটনাৰে পুনৰাবৃত্তি, বন্ধাকবিৰ অখাদ্য জোল অকণমান দিয়ে সদায় খাবলৈ। মাতেইয়ে সদায় সেইখিনি লিৰিকি-বিদাৰি উঠি আহে। জমিদাৰে সোধে— 'মাতেই খং কৰিলা নেকি ?' ভোকত ছটফটাই থাকিলেও মুখেৰে হঁহা যেন দেখুৱাই সি ক'বলৈ বাধ্য হয় 'নাই... নাই.. খং কেলেই কৰিম ? খং কৰা নাই।'

'তেন্তে ? খোৱা নাই কেলেই ?' জমিদাৰণীয়ে সুধিলে।

'নাই...' সি হেঁহো-নেহোঁকৈ উত্তৰ দিলে। 'আচলতে ভোকেই লগা নাই দেখোন।'





চকুৰ পচাৰতে ছুৰীখন টানমাৰি উলিয়াই
তেওঁ তাৰ নাকটো কাটি পেলালে।

দুয়ো গিৰিয়েক-ঘৈণীয়েকে চকু টিপিয়াই হাঁহিলে।

তিনিটা দিন বৰ কষ্টেৰে পাৰ হ'ল। চতুৰ্থদিনা মাতেইয়ে আৰু ৰ'ব নোৱাৰিলে। খাবলৈ বহিয়েই সি ক'লে— 'পেট ভৰাই খাবলৈ দিয়ক। খাবলৈ নিদিলে কেনেকৈ কাম কৰিম ?'

বৰ মিহি সুৰেৰে জমিদাৰে উত্তৰ দিলে— 'তুমি এইবোৰ কি কৈছা মাতেই ? আমি জানো তোমাক খাবলৈ দিয়া নাই ? তুমিহে চোন সদায় সদায় খোৱাবস্তুবোৰ এৰি গৈ লোকচান কৰিছা !'

'এইবোৰ খোৱাবস্তু নেকি ? এইবোৰ জানো খাব পাৰি ? মুঠতে পেট ভৰাই ভালকৈ খাব নিদিলে মই হ'লে কাম কৰি দি থাকিব নোৱাৰোঁ।' বৰ খঙেৰে সি ক'লে।

'হয়নে ? সেয়াহে কথা তেন্তে! বাৰু মূৰ্খ, তই নিজৰ ফান্দত নিজেই পৰিলি এইবাৰ !'

মাতেইয়ে খং কৰিব বুলি জমিদাৰে আগতেই জানিছিল। তেওঁ জেপত ছুৰীখন সাজু কৰি থৈছিলেই— চকুৰ পচাৰতে ছুৰীখন টান-মাৰি উলিয়াই তেওঁ তাৰ নাকটো কাটি পেলালে।

ককায়েকৰ নিচিনাকৈ কান্দিকাটি মাতেইও ঘৰ ওলালগৈ। বুঢ়া বাপেকে ল'ৰা দুটাৰ দুৰ্দশা দেখি মনত বৰ বেজাৰ পালে। 'বোপাইহঁত অ', মই তহঁতক কৈছিলোঁৱেই নহয়— লোকৰ তাত চাকৰি কৰিবলৈ যোৱাতকৈ নিজৰ পথাৰত কষ্ট কৰি কাম কৰাহে ভাল বুলি ? এতিয়া নো কি হ'ল ? পথাৰত তাতো তহঁতে কাম কৰিব-

লগীয়া হ'ল— লাভৰ মূৰত নাকটোতো গ'লেই, আনকি দুষ্ট মানুহজনে দৰমহাৰ পইছাকিটাও নিদিলে তহঁতক! যি হ'ল হ'ল বাৰু, এতিয়া নিজৰ পথাৰতে কাম কৰ। নিজৰ ঘৰ–দুৱাৰ, নিজৰ পথাৰ-সমাৰ— কোনো হাক দিওঁতাও নাই, গালি পাৰোঁতাও নাই।'

'হ'ব, দেউতা, আমি তাকেই কৰিম! আমি আপোনাৰ কথা নুশুনাৰ ফল হাতে হাতে পালোঁ। এতিয়াৰপৰা আপোনাৰ উপদেশ আমি সদায় মানি চলিম।' দুয়ো বাপেকক কথা দিলে। তাৰ পিছৰেপৰা তিনিও ককায়েক-ভায়েকে একেলগে খেতি-বাতিৰ কামত মনপুতি লাগিল।

কিছুদিন ভালদৰে গ'ল। এদিন ৰাতিপুৱা উঠি সকলোৱে মন কৰিলে ঘৰত হন্‌ছা নাই। দুয়োজন ককায়েকে সকলোপিনে পিত্‌-পিত্‌কৈ বিচাৰিলে, নাই·· তেওঁলোকৰ মৰমৰ নুমলীয়া ভায়েক ক'তো নাই। দেউতাকে হন্‌ছা·· হন্‌ছা·· বুলি মাতি মাতি গোটেই গাঁওখন ইমূৰৰপৰা সিমূৰলৈ চলাথ কৰিলে, হন্‌ছাক হ'লে পোৱা নগ'ল।

মাতেইয়ে কিবা চিন্তা কৰি মনে মনে পিৰালিতে বহি আছিল। ভায়েকৰ কাৰণে তাৰ মনটো বৰ বেয়া লাগি আছিল, এনেতে আহিল ইৰকা। খন্তেক পিছতে দেউতাকো আহি ওলাল। কোনেও হন্‌ছাৰ একো সন্ধান আনিব নোৱাৰিলে।

'মই কি ভাবিছোঁ জানে দেউতা—মাতেইয়ে বৰ লাহে লাহে ক'লে, 'হন্‌ছা জমিদাৰৰ ঘৰলৈকে গৈছে। আমাৰ এইটো অৱস্থা দেখা পাই বহুদিনৰপৰাই তাৰ মনত প্ৰতিশোধৰ জুই জ্বলি আছিল। সি কেইবাদিনো মোক জমিদাৰৰ ঘৰৰ বিষয়ে সুধিছিল। তাৰ কথাতে মই ধৰিব পাৰিছিলোঁ কোনোবা দিনা সি নিশ্চয়···'

মাতেইৰ কথা শেষ নৌহওঁতেই ইৰ্‌কাই মাত লগালে—'ময়ো তাকে ভাবিছোঁ, সি নিশ্চয় তালৈকে গৈছে। জমিদাৰ যি ধৰণৰ মানুহ তাত থং নকৰাকৈ থাকিব পৰাতো সম্ভৱেই নহয়। দিনে-ৰাতি খটুৱাই মৰাৰ পিছতো খাবলৈ নিদিয়ে। সেই গাঁৱৰ বহুতে কৈছে জমিদাৰে হেনো এনেকৈ বহুতৰে হতুৱাই কাম কৰাই পিছত কিবা এটা অজুহাত দেখুৱাই নাক কাটি দৰমহা নিদিয়াকৈ খেদি দিয়ে। হন্‌ছাকো যদি আমাৰ নিচিনা...... ।'

'হুঁ।' বাপেকৰ চিন্তান্বিত মাত শুনা গ'ল, তেওঁ হ'লে একোকে নক'লে।

হন্‌ছা সঁচাকৈয়ে জমিদাৰৰ ঘৰলৈকে গৈছিল। ককায়েকহঁতে





'কেলেই তেওঁৰ ওচৰলৈ গ'লে নো কি হ'ব।'

আৰু বাপেকে বাধা দিব বুলিয়ে সি আচলতে মনে মনে কাকো নোকোৱাকৈ গুচি গ'ল। যাওঁতে সি লগত অলপ টকা-পইছাৰ উপৰিও আৰু এটা বস্তু লৈ গৈছিল। এৰা, আৰু এটা বস্তু·· এখন চিক্‌মিকাই থকা চোকা ছুৰী। ছুৰী নো আকৌ কেলেই? ······কিয় জমিদাৰৰ নাক কাটিবলৈ ছুৰী নালাগিব জানো! ককায়েকহঁতৰ ঘাঁ লগা নাক দুটা দেখি সি মনতে শপত খাইছিল— সিও জমিদাৰৰ নাকটো কাটিহে এৰিব···।

অৱশেষত সি জমিদাৰৰ গাঁওখন পালেগৈ। আক-তাক সুধি সি তেওঁৰ ঘৰৰ ফালে যাবলৈ ধৰিলে। অচিনাকি ডেকা ল'ৰা এজনে তেনেকৈ জমিদাৰৰ ঘৰ বিচাৰি থকা দেখি কেইবাজনো গঞা আচৰিত হ'ল। জমিদাৰৰ নিষ্ঠুৰ স্বভাৱৰ বাবে গঞা বাইজ তেওঁৰ ঘৰলৈ যাবলৈকে এৰিছে। এতিয়ানো এইজন ডেকা ক'ৰপৰা আহিছে, কেলেই বা তালৈ যায়··। চেহেৰাপাতি দেখি ভাল ঘৰৰ ল'ৰা যেনেই লাগে চোন··। ৰ'ব নোৱাৰি এজনে হন্‌ছাক মাতি তেওঁনো কেলেই জমিদাৰৰ ঘৰ বিচাৰিছে সুধিয়ে পেলালে। হন্‌ছাই চাকৰি বিচাৰি দূৰৈৰপৰা তালৈ প্ৰথম আহিছে বুলি ক'লে।

মানুহজনে এইবাৰ বুজাবলৈ ধৰিলে— 'বোপাই তুমি আৰু যাৰে ওচৰলৈ চাকৰি বিচাৰি যোৱা যাব পাৰা, পিছে এই নৰখাদক মানুহজনৰ ওচৰলৈ হ'লে নাযাবা দেই। মই তোমাৰ ভালৰ বাবেহে কৈছোঁ।'

'কেলেই? তেওঁৰ ওচৰলৈ গ'লে নো কি হ'ব?'

'তেওঁৰ ওচৰলৈ গ'লে?' বৰ দীঘলকৈ মানুহজনে হুমুনিয়াহ কাঢ়িলে— 'আজি কেইদিনমানৰ আগতে ইৰ্‌কা আৰু মাতেই নামৰ

দুই ভাই-ককাইৰ তেওঁ নাক কাটি পঠিয়াই দিছে। তাৰ আগতে আৰু বহুতৰে তেওঁ একে দশাই কৰিছে। আমাৰ গাঁৱৰ কোনো মানুহে আজিকালি নাখাই মৰিলেও তেওঁৰ তাত কাম বিচাৰি নাযায়······ তোমাক মই ইমানকে ক'লোঁ।'

এইবাৰ হনছাই মানুহজনক নিজৰ চিনাকি দিলে — 'মোৰ নাম হন্‌ছা। ইৰ্‌কা আৰু মাতেই মোৰেই ককাইদেউ। মই তেওঁলোকৰ ওপৰত কৰা অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈহে ইয়ালৈ আহিছোঁ। আপুনি যেতিয়া মোক ইমানখিনি মৰম কৰিলে আৰু অকণমান সহায় কৰক খুৰাদেউ।'

অচিনাকি ডেকাজনৰ খুৰাদেউ সম্বোধনত মানুহজনৰো মনটো তালৈ মৰমেৰে ভৰি পৰিল।

'কি সহায় কৰিব লাগে কোৱা। আচলতে এই জমিদাৰৰ অতপালিত আমিও তেনেই অতিষ্ঠ হৈ পৰিছোঁ। নিজে একো কৰিব নোৱাৰোঁ, আমিও তেওঁৰেহে প্ৰজা; কিন্তু কোনোবাই যদি তেওঁক ভালকৈ এসেকা দিব পাৰে আমি সুখী হ'ম।' মানুহজনে উছাহেৰে ক'লে।

'আপুনি এই টকা কেটা লওক। দুয়োবেলা আপোনাৰ ঘৰতে মোৰ বাবে খোৱাৰ ব্যৱস্থা কৰিব। মোৰ ককাইদেউহঁতক খাবলৈ নিদিয়া বাবেই পেটৰ ভোকত অস্থিৰ হৈ তেওঁলোকে খং কৰিছিল। মই অলপ দিন ইয়াতে থাকিবলৈ বিচাৰোঁ। জমিদাৰৰ নাক নকটাকৈ মই ইয়াৰপৰা নাযাওঁ। লাগিলে আপোনাক আৰু পইচা দিম।

'এঃ বোপাই, টকা-পইছাই সকলো নহয় নহয়। ঠিক আছে বাৰু, দিছা যেতিয়া লৈছো নহ'লে আকৌ খাবলৈকে তুমি সংকোচ কৰিব পাৰা। ইয়াত থকা কেইদিন মোৰ ঘৰতে তুমি দুবেলা দুমুঠি খাবা। আহা এতিয়া তোমাক মোৰ ঘৰটো দেখুৱাই দিওঁ।

মানুহজনে হন্‌ছাক নিজৰ ঘৰটো দেখুৱাই দিলে। তাৰপিছত জমিদাৰৰ ঘৰৰ ওচৰত থৈ তাৰপৰা বিদায় ল'লে।

হনছাই জমিদাৰক চাকৰি বিচাৰি অহা বুলি কোৱাত তেওঁ ককায়েক দুজনক কোৱাৰ দৰেই তাকো চৰ্তটোৰ কথা ক'লে।

'মোৰ চাকৰি এটাৰ বৰ প্ৰয়োজন। আপোনাৰ ইয়াত ৰং মনে খং নকৰাকৈ থাকিবলৈ পোৱাটো মোৰেই সৌভাগ্য বুলি ভাবিম।' হন্‌ছাৰ বিনয়ী কথা বতৰা শুনি জমিদাৰে ঘৈণীয়েকলৈ চাই কুটিল হাঁহি এটা মাৰিলে। হন্‌ছাই নেদেখাকৈ ঘৈণীয়েকেও একে ধৰণৰ হাঁহিৰে মুখ দুপিয়ালে।





'মোৰ চাকৰি এটাৰ বৰ প্ৰয়োজন। আপোনাৰ ইয়াত ৰং মনে খং নকৰাকৈ থাকিবলৈ পোৱাটো মোৰেই সৌভাগ্য বুলি ভাবিম।'

হন্‌ছাই জমিদাৰৰ খেতি পথাৰৰ কামত মনপুতি লাগি গ'ল। তাকো তেওঁলোকে বন্ধ কৰিবৰ পকা পাতৰ জোলকে খাবলৈ দিছে। সি পিছে একো আপত্তি নকৰাকৈ দিনৰ পিছত দিন কটাই দিছে। সেই-বোৰ খাই ভাল পোৱা যেন দেখুৱাবলৈকে কেতিয়াবা সি তাৰে অকণ-মান খায়। হন্‌ছাই বেছ পৰিশ্ৰম কৰিব পাৰে, খোৱা-বোৱাৰো খৰচ নাই, ল'ৰটোও কামিলা — দেখি শুনি জমিদাৰ আৰু পত্নীৰ মনত আনন্দই নধৰা হ'ল। ইমান দিনে অন্ততঃ বিনা খৰচে এজন চাকৰ পোৱা গ'ল!

লাহে লাহে খেতি চপাবৰ দিন আহিল। হন্‌ছাৰ যত্নত সেই-বাৰ ঘেঁহু খেতি বৰ ভাল হৈছে। সোণোৱালী ৰঙৰ ঘেঁহুৰ থোক-বোৰে বিশাল পথাৰখনত হালিজালি নাচি বাগি থকা দেখি জমিদাৰৰ আনন্দ চায় কোনে। সেইবাৰ ঘেঁহু বেচি তেওঁৰ যে কিমান লাভ হ'ব তাকেই দিনটোত তেওঁ কেবাবাৰো হিচাপ কৰি থাকে। ঘেঁহু চপাই মেলি বস্তাত ভৰাই বজাৰলৈ নিয়াৰ দায়িত্বও তেওঁ হন্‌ছাক দিলে।

'তুমি ঘেঁহুবোৰ বস্তাত ভৰাই বজাৰলৈ লৈ যোৱা। অলপ পিছতে মই গৈ আছোঁ।'

'হ'ব বাৰু।'

হন্‌ছাই গাড়ী এখনত ভৰাই ঘেঁহুৰ বস্তাবোৰ বজাৰলৈ নিলে। বজাৰত এজন বেপাৰীক সি বৰ সস্তাতে আটাইখিনি ঘেঁহু বেচি দিলে।

তাৰ পিছত টকা পইছা হিচাপ কৰি লৈ ঘৰলৈ উভতি আহিল।

ইফালে জমিদাৰ নিজে বজাৰলৈ গ'ল। তেওঁ পেটে পেটে ভাবিছিল যিয়ে আটাইতকৈ বেছি দাম দিব তেওঁকেই ঘোঁহখিনি বেচি দিব। বজাৰলৈ গৈ তেওঁ ইমূৰৰপৰা সিমূৰলৈ হনছাক বিচাৰিলে। নাই, ক'তো তাৰ দেখাদেখিয়ে নাই। খঙতে গোৰগোৰাই তেওঁ আহি ঘৰ পালে। হনছাক ঘৰত দেখি তেওঁৰ দুগুণে খং চৰিল।

'তই ইয়াত যে? মই গোটেই বজাৰ ইমূৰৰপৰা সিমূৰলৈ তোক গৰু বিচৰাদি বিচাৰিলোঁ। ঘোঁহবোৰ কি কৰিলি?' 'ঘোঁহবোৰ? কেলেই, আপুনিয়ে দেখোন কৈছিল বজাৰলৈ লৈ যাবলৈ। লৈ গৈছিলোঁ বজাৰলৈ... তাৰপিছত.....'

জমিদাৰে খঙত অধৈৰ্য হৈ চিঞৰি উঠিল 'লৈ গৈ কি কৰিলি তাকেহে জানিব বিচাৰিছোঁ— হেৰৌ মহামূৰ্খ!' 'লৈ গৈ কি কৰিব লাগে, ক'ত থব লাগে সেই বিষয়েতো আপুনি একোকে কোৱা নাছিল! সেয়ে... মই সেইবোৰ নি বজাৰৰ মাজৰ চাৰি আলিটোতে নমাই থৈ গুচি আহিলোঁ। যাতে আপুনি গ'লেই সহজে চকুত পৰে...।' মহামূৰ্খই মূৰ্খৰদৰেই মূৰ খজুৱাই খজুৱাই উত্তৰ দিলে।

'হেৰৌ বদমাছ! কি সৰ্বনাশ কৰিলি তই মোৰ...!' জমিদাৰে উগ্ৰমূৰ্তি ধৰি তাক মাৰিবলৈ খেদি গ'ল। হনছাই পিছে দৌৰি পলোৱাৰ কোনো লক্ষণেই নেদেখুৱালে। সি য'তে আছিল ততে থিয় হৈ মিচিক্ মাচাক্ কৈ হাঁহি থাকিল। 'তেন্তে... তেন্তে.. আপুনি মোৰ ওপৰত খং কৰিছে নেকি?' কথাষাৰ শুনাৰ লগে লগে জমিদাৰৰ মূৰৰপৰা ভৰিলৈকে বিজুলী চমকাদি চমকি গ'ল। মুহূৰ্ততে তেওঁ শান্ত হ'ল। জোৰকৈ মুখলৈ হাঁহিৰ ভাব আনি তেওঁ উত্তৰ দিলে 'নাই... নাই... মই আকৌ কেলেই খং কৰিম! এতিয়া তুমি যোৱা, জিৰোৱাগৈ।' হনছাই 'মহামূৰ্খৰ'দৰেই হাঁহি হাঁহি আঁতৰি গ'ল।

ঘটনাটোৰ কেইদিনমানৰ পিছত এদিন জমিদাৰে বৰ সস্তাত এপাল গাহৰি কিনি আনিলে। তেওঁ মনে মনে ভাবিলে গাহৰিবোৰ বেছি দামত বেচি দিলে থাউকতে যথেষ্ট লাভ হ'ব। চাইচিতি তেওঁ গ্ৰাহক এজনো ঠিক কৰিলে। বেচ ভাল দামেই দিব গ্ৰাহকজনে! তেওঁ হনছাক মাতি আনি ক'লে 'হেৰা, এই গাহৰিবোৰ বাটৰ পিতনি আৰু খাৱৈ-বিলত নপৰাকৈ বৰ সাৱধানেৰে লৈ যোৱা, সৌ পাহাৰখনৰ ওপৰতে গাহৰি কিনিব বিচৰা মানুহজনৰ ঘৰ। গোটেইজাক তেওঁৰ ঘৰত পৌছাই দি আহাগৈ।'



'ভাল বাৰু।' হনছাই শলাগি গাহৰিজাক লৈ গ'ল। পিছে সি গোটেই জাককে লৈ পাহাৰ পাৰ হৈ সিটো পাৰ পালে। তালৈ গৈ দেখিলে এজন চিকাৰীয়ে হাতত বন্দুক লৈ চিকাৰলৈ আহিছে। সি আগবাঢ়ি গৈ চিকাৰীজনৰ লৈতে চা-চিনাকি হ'ল। ইকথা সিকথাৰ পিছত সি ক'লে 'মই এই গাহৰিজাক বেচিবলৈ আনিছোঁ; কিন্তু গ্ৰাহক বিচাৰি ঘূৰি ফুৰিবলৈ মোৰ সময় নাই, বহুতো দৰকাৰী কাম এৰি থৈ আহিছো। আপুনি যদি কিনে, মই বৰ সস্তাতে দিম।'

চিকাৰীজনে ভালেই পালে। দামদৰো ঠিক হ'ল। অধামূলীয়াকৈয়ে হনছাই গাহৰিজাক তেওঁক বেচি দিলে। পিছে চিকাৰীজনক অনুৰোধ কৰি প্ৰতিটো গাহৰিৰে নেজৰ আগভাগ সি কাটি আনিলে। এনেকৈ এজাক গাহৰি নেজৰ আগ কাটি দ'মোৱাত দেখা গ'ল সেয়া বৰ ডাঙৰ দ'ম এটা হৈছে— গাহৰিৰ নেজৰ দ'ম। সি সেইবোৰ দুটা ডাঙৰ বস্তাত ভৰালে। তাৰ পিছত বস্তা দুটা লৈ জমিদাৰৰ ঘৰ পালেগৈ।

ইমান সোনকালে হনছাক উভতি অহা দেখি জমিদাৰ বৰ আচৰিত হ'ল।

'তুমি! ইমান সোনকালে পালাহি! গাহৰিবোৰ দি থৈ আহিলা নে?'

'উঃ দেউতা··· নক'ব আৰু!' যন্ত্ৰণাত কেঁকাই উঠিল সি, 'গাহৰিৰ নামেই নল'ব··· মই যে প্ৰাণ লৈ উভতি আহিব পাৰিলোঁ সেয়াই বহুত।'

'কি হ'ল কোৱাচোন?' জমিদাৰৰ বুকুখন লোকচানৰ আশংকাত চিৰিংকৈ উঠিল।

'গাহৰিজাক খেদি লৈ গৈ আছোঁ, পাহাৰখনৰ ওচৰ পাওঁ পাওঁ হওঁতেই··· হে ভগৱান! তাৰ আগতে নো মোৰ মৃত্যু নহ'ল কেলেই?' পুনৰ হাহাকাৰ কৰি উঠিল হনছাই।

'পাওঁ পাওঁ হওঁতেই···?' আত ধৰি দিলে জমিদাৰে, তেওঁৰ ধৈৰ্য্যৰ বান্ধ সুলকি পৰোঁ পৰোঁ হ'ল।

'এৰা, পাহাৰখনৰ ওচৰ পাওঁ পাওঁ হওঁতেই হঠাতে গাহৰিজাকে পিতনিৰ গোন্ধ পালে। আটাইবোৰে বলিয়াৰ দৰে পিতনিডৰাৰ ফালে লৰি লৰি যাবলৈ ধৰিলে। পিছে পিতনিডৰা পোৱাৰ আগতে আছিল ডাঙৰ, এৰা ডাঙৰেই, দীঘে-বহলে ডাঙৰ বিল। গাহৰিজাক গৈ সেই বিলত সোমাল। মই আকৌ সিহঁতক তাৰপৰা উদ্ধাৰ



'লৰালৰিকৈ বহু কষ্টেৰে সিহঁতৰ নেজৰ আগবোৰকে কাটি লৈ আহিলোঁ। আপুনি দেখি আনন্দ পাব এবস্তা নহয় দুবস্তাকৈ এয়া নেজৰ আগ।'

কৰিবলৈ প্ৰাণটাকি সিহঁতৰ পিছে পিছে লৰি গ'লোঁ, কিন্তু মোৰ ভৰি দুখনো বাৰে বাৰে বোকাত গোতখাই যাবলৈ ধৰিলে। যাবই নোৱৰা হ'লোঁ মই। বহু চেষ্টাৰ মূৰত যেতিয়া গাহৰিজাক পোত খাবলৈ ধৰা ঠাইখিনি পালোঁগৈ তেতিয়া আটাইবোৰ বিলৰ বোকাত পোত খালেই, কেৱল নেজৰ আগবোৰহে ওলাই আছিল। মই মনে মনে ভাবিলোঁ বোলো গাহৰি উদ্ধাৰ কৰিব নোৱাৰিলোঁ নাই, যি পাৰোঁ সেয়ে লাভ— সেই বুলি লৰালৰিকৈ বহু কষ্টেৰে সিহঁতৰ নেজৰ আগাবোৰকে কাটি লৈ আহিলোঁ। আপুনি দেখি আনন্দ পাব— এবস্তা নহয় দুবস্তাকৈ, এয়া এইবোৰ নেজৰ আগ।' সি বস্তা দুটাৰ নেজৰ টুকুৰাবোৰ জমিদাৰৰ আগত ঢালি দিলে। মস্ত ডাঙৰ ডাঙৰ দুটা দ'ম হ'ল।

সকলো শুনি জমিদাৰে আৰু থিৰেৰে ৰ'ব নোৱাৰিলে, প্ৰচণ্ড খঙত তেওঁ গজি উঠিল— 'হেৰৌ মূৰ্খ! মোৰ ইমান ডাঙৰ সৰ্বনাশ কৰিলি তই! যা এতিয়াই আঁতৰ হ মোৰ ওচৰৰ পৰা…।'



হনুছাই লাহে লাহে লেনিয়াই সুধিলে— 'তেনেহ'লে দেউতা আপুনি চাগে মোৰ ওপৰত খঙেই কৰিছে?'

তাৰ লেনিওৱা মাত শুনি জমিদাৰৰ খঙে চুলিৰ আগ পালেগৈ— 'নাই তোক খং কেলেই কৰিম বদমাছ! তোক পূজাহে কৰিব লাগে।' তেওঁ হনুছাক মাৰিবলৈ খেদি গ'ল। খঙতে তেওঁৰ চকুমুখ টিক্-টিক্কৈ ৰঙা পৰিল; গাটোও কঁপিবলৈ ধৰিলে।

হনুছা সাজু হৈয়ে আছিল— সি চকুৰ পলকতে জেপৰপৰা ইমান-দিনে সাঁচি ৰখা চোকা ছুৰীখন উলিয়ালে আৰু একেজাঁপে জমিদাৰৰ নাকটো কাটি পেলালে। জমিদাৰ তেজেৰে তুমৰলি হৈ চিঞৰিবলৈ ধৰিলে, ঘৈণীয়েকো লৰি আহিল। হনুছাই ক'লে— 'হেৰ' কৃপণ জমিদাৰ, এবাৰ ভাবি চাচোন, তই আগতে যিবিলাক মানুহৰ নাক কাটিছিলি তেওঁলোকৰ কি দশা হৈছিল, সেই কথা মনত পেলা। মই আহোঁদেই, দৰমহা-পাতি নোলোৱাকৈয়ে গ'লোঁ; তোৰ ঘেঁহ আৰু গাহৰি বেচিয়েই মই দৰমহাতকৈ বহু বেচি পইছা পালোঁ। আহিছোঁ দেই…।' সি জঁপিয়াই জঁপিয়াই আনন্দ মনেৰে তাৰপৰা আঁতৰি নিজৰ ঘৰলৈ খোজ ল'লে।

## কোৰিয়া

# অতি লোভৰ ফল

ঘৰখনত কেবল বুঢ়া আৰু বুঢ়ী। পো-পোৱালি কোনো নাই তেওঁলোকৰ। বুঢ়াবো বুঢ়া দেহা— আজি ইটো কালি সিটো বেমাৰ লাগিয়েই আছে ; বিশেষকৈ দিন যোৱাৰ লগে লগে বাতৰ বিষে বুঢ়াক প্ৰায় ঘৰৰপৰা ওলাব নোৱৰাই কৰি আনিছে। বুঢ়ীয়ে যেনে-তেনে কষ্ট কৰি দুহাতে বন আঁজুৰি হ'লেও দুবেলা নিমখ-তেলৰ জোগাৰ-কণ কৰি আছে। লাহে লাহে তাৰো মুদা মৰিবৰ উপক্ৰম হ'ল। বুঢ়ীৰো শৰীৰ পৰি আহিবলৈ ধৰিলে, খাটিখাব নোৱৰা হৈ আহিল। জমা পইছা যি অলপ-অচৰপ আছিল, তাৰেপৰা আজি সিকিটো কাইলৈ আধলিটো আনোতে আনোতে সেইফালেও তলি উদং হ'লগৈ। কোনো-ফালে আৰ্জন বুলিবলৈকো একো নাই। বুঢ়া-বুঢ়ীয়ে প্ৰায়ে লঘোনে থাকিবলগীয়া অৱস্থা হ'ল।

পেটৰ ভোক আৰু অভাৱৰ তাড়ণাত বুঢ়া অতিষ্ঠ হৈ পৰিল, বিশেষকৈ নিজৰ অক্ষমতাৰ কাৰণে নিজৰ ওপৰতে তেওঁৰ বেছিকৈ খং উঠিল। ডেকাকালত তেওঁ ৰজাৰ সৈন্যদলত আছিল। কিমান পৰাক্ৰমেৰে ঘোঁৰাত উঠি শত্ৰু সৈন্যক খেদি গৈ কচুকটা দিছিল, সেইবোৰ দিনৰ কথা মনত পৰিলে এতিয়াৰ অসহায় অৱস্থাটোৰ বাবে নিজৰ ওপৰতে ধিক্কাৰ ওপজে। অৱশেষত কেবাদিনো ভাবি-চিন্তি বুঢ়াই মন থিৰ কৰিলে, এবাৰ ভাগ্য অন্বেষণ কৰিবলৈকে ওলোৱা যাওক। বাতৰ অসুখটোৱে অকণমান কষ্ট দিব বাহিৰে, কিন্তু সেই-বোৰ ভাবি-চিন্তি থাকিলে আৰু নহৈছে। বন্ধু এজনৰপৰা তেওঁ কোৰিয়াৰ মুদ্ৰা অলপ ধাৰলৈ ল'লে। বুঢ়ীয়ে কথাটো শুনাৰ পিছত হেহোঁ নেহোঁ কৰি বুঢ়াক নিবৃত্ত কৰিবলৈ বিচাৰিছিল ; কিন্তু বুঢ়া আঁকোৰগোজ। বুঢ়ীয়ে অৱশেষত হাৰ মানিবলগীয়া হ'ল। চকুলো টুকি তেওঁ বুঢ়াক ভাগ্য আৰু ভগবানৰ হাততে সমৰ্পণ কৰিলে।

বুঢ়া ঘৰৰপৰা ওলাল। গৈ আছে, গৈ আছে, বন-জংঘল, পাহাৰ-পৰ্বত, নদী-নলা বহুত পাৰ হ'ব লাগিব। ক'ত যে কোন মুলুকত





'মোঃ প্ৰথম উপদেশ— তিনিজন মানুহে যি কৰিবলৈ কয় সেইমতে কাম কৰিবা…'

তেওঁ কামবন কিবা পাব, ক'ত যে তেওঁৰ ভাগ্য উদয় হ'ব ক'বতো নোৱাৰি .. গতিকে কোনো বাধা-বিঘিনিলৈ কেৰেপ নকৰি তেওঁ গৈয়ে থাকিল। অৱশেষত কেবাখনো গাঁও পাৰ হৈ এখন হাবিৰ ওচৰ পালেগৈ। সন্ধিয়া নামি আহিছে, তেওঁৰ শৰীৰো নচলা হৈছে। টোপোলা এটাত বুঢ়ীয়ে কিবা অলপ খোৱাবস্তু বান্ধি দিছিল, তাৰে অকণমান খাই বুঢ়াই গছ এজোপাৰ তলত দীঘল দিলে। এনেয়ে ভাগৰুৱা শৰীৰ, দীঘল দিয়া মাত্ৰকে বুঢ়াৰ গভীৰ টোপনি আহিল।

'সৈনিক, হেৰা সৈনিক, কেনে আছা ?' নিচেই ওচৰতে কোনো-বাই মতা যেন শুনি খক্‌মকৈ বুঢ়া উঠি বহিল।

কোনেনো ক'ৰপৰা মাতিছে ! ইফালে-সিফালে চাই কেনিও কাকো নেদেখি বুঢ়াৰ ভয় লাগিবলৈ ধৰিলে।

কঁপা কঁপা মাতেৰে তেওঁ ক'লে— 'তুমি কোন ? ক'ৰপৰা কৈছা ? মই হ'লে একো ধৰিব পৰা নাই।'

'মই কোন সেয়া বাৰু তুমি জানিব নালাগে। পিছে তোমাক

দুটামান মূল্যবান কথা ক'ম। যদি মোৰ উপদেশমতে চলা তোমাৰ উপকাৰ হ'ব ; যদি নচলা, মোৰ ক'বলগীয়া একো নাই।'

'বাৰু কোৱাচোন, আগতে শুনিয়েই লওঁ।'

'তেনেকৈ নহ'ব। বিনামূলীয়াকৈ মই কাকো উপদেশ নিদিওঁ। যদি মূল্য দিয়া, মই ক'ব পাৰোঁ।'

'ঠিক আছে, এয়া মূল্য লোৱা।' বুঢ়াই খোঁচোনাৰপৰা কেইবিন্ন মুদ্রা কেইটামান উলিয়াই মাটিত থ'লে।

'মোৰ প্ৰথম উপদেশ— তিনিজন মানুহে যি কৰিবলৈ কয়, সেইমতে কাম কৰিবা। তেওঁলোকৰ কথা শুনিবা, তোমাৰ ভাল হ'ব।

বুঢ়াৰ কৌতূহল হ'ল। তেওঁ খোঁচোনাত থকা বাকীকেইটা মুদ্ৰাও উলিয়ালে, 'এয়া লোৱা, আৰু এটা উপদেশ দিয়া।'

'শুনা— তিৰোতা মানুহৰ আগত কোনো গোপনীয় কথা নক'বা। তেওঁলোকৰ পেটত কথা নাথাকে ; তেওঁলোকৰ আগত গোপনীয় কথা ক'লে বিপদত পৰিবা।'

বুঢ়াই এইবাৰ ক'লে— 'তোমাৰপৰা আৰু উপদেশ শুনিবৰ মন আছিল ; কিন্তু মোৰ হাতত আৰু ফুটাকড়ি এটাও নাই, সেয়ে আজিলৈ ইমানতে এৰিলোঁ।'

মাতটো আৰু শুনা নগ'ল। নানান কথা ভাবিচিন্তি থাকোঁতে বুঢ়াৰো পুনৰ টোপনি আহিল।

পিছদিনা ৰাতিপুৱা। বুঢ়াই সাৰপাই উঠি পুনৰ খোজকাঢ়িবলৈ ধৰিলে। বহুদূৰ যোৱাৰ পিছত কোনোবাই তেওঁক মতা যেন পালে, —'হেৰা, হেৰা ককাই, অকণমান এইফালে আহাচোন।'

মাতটো অহাৰ ফালে তেওঁ ঘূৰি চালে। তিনিজন মানুহ ঘৰ এটাৰ সমুখত বৈ আছে, আৰু··· আৰু··· তেওঁলোকৰ ওচৰত মাটিত শুৱাই থোৱা কি বাৰু সেইটো ? বগা কাপোৰেৰে ঢাকি থোৱা ? তেওঁ ভালদৰে চাওঁতে গম পালে সেয়া এজন বুঢ়া মানুহৰ মৰা শ।

বুঢ়া ওচৰ চপাত তেওঁলোকৰ এজনে সুধিলে— 'হেৰা, তুমি কোন ফালে যোৱা ?'

একো নভবাকৈয়ে তেওঁ কৈ পেলালে— 'এই সমুখৰ ফালে।'

'ভালেই হ'ল তেন্তে। কিছুদূৰ আগবাঢ়ি গ'লে এখন নৈ পাবা। এই মৰাশটো সেই নৈখনতে পেলাই দিয়া যদি আমাৰ বৰ উপকাৰ কৰা হ'ব।'

বুঢ়াই ক'লে— 'মই বুঢ়া মানুহ। বহু দূৰৈৰপৰা খোজকাঢ়ি





'হেৰা, হেৰা ককাই, অকণমান এইফালে আহাচোন'

আহি আছোঁ ; তাতে আকৌ বেমাৰীও। মই পাৰিম জানো কঢ়িয়াই নিবলৈ ?'

'তুমি চিন্তা নকৰিবা। মানুহজন তেনেই নিশকতীয়া আছিল, অকণো গধুৰ নহয়। নৈখনো ওচৰতে। আমি তোমাৰ পিঠিত শৰটো বান্ধি দিওঁ— তোমাৰ বেচি অসুবিধা নহয়।'

বুঢ়াই ভবা-গুণা কৰি থাকোঁতেই তেওঁৰ কাণত বাজি উঠিল আগনিশা গছৰ তলত শুনা সেই উপদেশ— 'তিনিজন মানুহে যি কৰিবলৈ কয়, সেইমতে কাম কৰিবা। তেওঁলোকৰ কথা শুনিবা, তোমাৰ ভাল হ'ব।'

মনত পৰাৰ লগে লগে তেওঁ মান্তি হ'ল— 'হ'ব বাৰু, মোৰ পিঠিত বান্ধি দিয়া, মই যেনে-তেনে লাহে লাহে নৈত পেলাই দিম।'

মানুহকেইজনে বৰ সকাহ পালে। তেওঁলোকে শৱটোৰ গাৰপৰা বগা ঢাকনিখন গুচাই দিলে। ক্ষীন-মীন তেনেই বুঢ়া মানুহজন, বেছি গধুৰ হ'ব যেন নালাগিল। বুঢ়াই বোকোচাত শ টো বান্ধি লৈ নৈৰ ফালে যাবলৈ ধৰিলে। আচলতে সেই শ টো মানুহ তিনি-জনৰ বুঢ়া বাপেক। জীয়াই থাকোঁতে তেওঁ বৰ কৃপণ আছিল। ল'ৰা তিনিটাক আনকি ভালকৈ পেট ভৰাই খাবলৈকো নিদিছিল।

তেওঁৰ আকৌ সা-সম্পত্তি আছিল অজস্ৰ। বৰ ধনী আছিল মানুহজন। কিন্তু বাপেকক ল'ৰাহঁতে চকুপাৰি দেখিব নোৱাৰিছিল। বুঢ়া বাপেকৰ শ টো তেওঁলোকে নি নৈত পেলাই দিলে আকৌ চকুচৰহা ওচৰ চুবুৰীয়া আৰু আত্মীয়-স্বজনসকলে উলিয়াব পাৰে বোলে সম্পত্তিৰ লোভত তিনিও পুতেকে লগ লাগি বুঢ়া বাপেকক মাৰি নৈত পেলাই দিছে। সেইবোৰকে ভাবি-গুনি তেওঁলোকে নিজে যাবলৈ টান পাই মানুহ এজন বিচাৰি আছিল। বুঢ়াক পাই তেওঁলোকে ভালকে পালে।

কিছুদূৰ যোৱাৰ পিছত বুঢ়াই অনুভৱ কৰিলে, তেওঁৰ কঁকালত কিহবাই বিন্ধিছে। প্ৰতিটো খোজ দিয়াৰ লগে লগে বেছিকৈ দুখ পাবলৈ ধৰিলে, যেন কোনোবাই জোঙা কটাৰীৰ আগেৰেহে তেওঁৰ কঁকালখনত খুচি আছে। পিছে শ টো নমাই চালেও আকৌ অকলে-অকলে পিঠিত বান্ধিবলৈ অসুবিধা হয় বুলি বুঢ়াই হাজাৰ কষ্ট সহিও গৈ থাকিল। নৈৰ পাৰ পাই বুঢ়াই বান্ধোনবোৰ খুলিলে। শটোৰ গাৰ চোলাটো অকনমান খোল খাই পেটৰ ওপৰতে— বুঢ়াই দেখিলে— কঁকালত এটা মোনা বান্ধিথোৱা আছে। তেওঁ সেইটো উলিয়াই আনিলে। তেতিয়াই বুঢ়াই গম পালে সেই মোনাটোত কিবা আছে, সেইবোৰেহে তেওঁক ইমান সময়ে বিন্ধি আছিল। মোনাটোত তেজ লাগি আছে; বুঢ়াৰ কঁকালৰপৰা ওলোৱা তেজ। খুব সাৱধানে বুঢ়াই মোনাৰ গাঠিটো খুলিলে। লগে লগে বুঢ়াৰ চকু চাট মাৰি ধৰিলে। মোনাটো



লগে লগে বুঢ়াৰ চকু চাট মাৰি ধৰিলে। মোনাটো বৰ মূল্যবান হীৰাৰে ঠাঁহ খাই আছে।



বৰ মূল্যবান হীৰাৰে ঠাঁহ খাই আছে। শ টো কোনোমতে চোঁচ-ৰাই নি নৈৰ পানীত পেলাই দি বুঢ়াই হীৰাৰ মোনাটো লৈ ঘৰলৈ খোজ ল'লে। আকৌ তেওঁৰ কাণত বাজি উঠিল সেই উপদেশ বাণী 'তিনিজন মানুহে যি কয় সেইমতে কাম কৰিবা, তেওঁলোকৰ কথা শুনিবা, তোমাৰ ভাল হ'ব।' বুঢ়াই বুজিলে উপদেশমতে কাম কৰাৰ ফল হাতে হাতে মিলিল।

ঘৰ পাই বুঢ়াই চহৰৰ বত্ন ব্যৱসায়ী এজনৰ ওচৰত সেই হীৰাবোৰৰ কেইটামান বেচি দিলে। বেচি বহুত টকা পালে। বহু মূল্যবান হীৰা আছিল সেইবোৰ; সেয়ে ভাল দামেই পালে। তাৰে তেওঁ প্ৰথমতে বন্ধুৰ ধাৰ মাৰিলে, তাৰপিছত খেতিৰ মাটি কিনিলে, আগৰ উৰঁলি যোৱা ঘৰটো ভাঙি তাৰ ঠাইত নতুন জাকজমকীয়া ঘৰ সজাই ল'লে। দাস-দাসী, লগুৱা-লিগিৰী ৰাখি নথৈ সুখেৰে দুয়ো বুঢ়া-বুঢ়ীয়ে থাকিবলৈ ল'লে। এতিয়া আৰু বুঢ়াৰ ঘৰত একোৰে অভাৱ নাই, যেনিয়ে চোৱা যায় তেনিয়ে বস্তুৰ উটৈভনদী।

টকা-পইছা হোৱাৰ লগে লগে সমাজত মান-সন্মান প্ৰতিপত্তিও বাঢ়িবলৈ ধৰিলে। সকলো দেখি-শুনি গাঁৱৰ জমিদাৰৰ চকু পুৰিবলৈ ধৰিলে। বুঢ়াইনো হঠাতে ক'ৰপৰা কেনেকৈ ইমান টকা-পইছা ঘটিলে, ইমান সা-সম্পত্তি কৰিলে, তাকে ভাবি তেওঁৰ চকুৰ টোপনি নাইকিয়া হ'ল। অৱশেষত তেওঁ ঘৈণীয়েকক মাতি এদিন কথাষাৰ ক'লে— 'চোৱা তুমি কাম এটা কৰিব লাগিব। ভাল ভাল উপহাৰ কিছুমান লৈ কাইলৈ দুপৰীয়া তুমি বুঢ়া সৈনিকৰ ঘৰলৈ যাবা, ঘৈণীয়েকক বস্তুবোৰ দি ভালৰি বোলাই তুমি জানি আহিবা কেনে-কৈনো বুঢ়া হঠাতে ইমান ধনী হ'ল।'

'যদি বুঢ়ীয়ে কথাবোৰ নকয়?' সন্দেহেৰে জমিদাৰণীয়ে সুধিলে।

'ক'ব, ক'ব। ছল-চাতুৰী কৰি হ'লেও তুমি কথাষাৰ যেনে-তেনে উলিয়াবা।'

পিছদিনা দুপৰীয়া সঁচাকৈয়ে জমিদাৰণীয়ে উপহাৰৰ টোপোলা লৈ বুঢ়া সৈনিকৰ ঘৰ ওলালগৈ। বুঢ়ীয়ে বৰ আদৰ-সদাৰেৰে তেওঁক বহুৱালে, তাৰপিছত কথা-বতৰাৰ মাজতে জমিদাৰণীয়ে এপাকত আচল কথাষাৰ উলিয়ালে— 'তোমাৰ গিৰিয়েৰাই দেখোন আজিকালি বেচ উপাৰ্জন কৰিছে। ভালেই হৈছে দিয়া, তোমালোকে এসময়ত অভাৱ অভিযোগত বৰ কষ্ট পালা — এতিয়া তেওঁ তথাপি বুঢ়াকালত সুখ হৈছে। পিছে তেওঁনো টকা-পইছা হঠাতে ইমানকৈ ক'ৰপৰা আনিলে?'

'মই সেইবোৰ একো তু নাপাওঁ আই। সোধাও নাই কাহানিও।'

'সোধাও নাই কাহানিও? কিয়? এইটো হ'লে তুমি ভাল কাম কৰা নাই দেই। প্ৰত্যেক তিৰোতাই জানে নিজৰ মানুহজনে ক'ৰপৰা কেনেকৈ ধন আনে, কেনেকৈ ঘটে। ধৰা তেওঁ যদি কিবা অসৎ পথেৰে ধন ঘটিছে, তেতিয়া? দেশত আইন আছে, বিচাৰত যদি তোমালোকে কিবা শাস্তি পাবলগীয়া হয়? সেয়ে শুনা, মই তোমাক ভাল বুদ্ধি দিওঁ— আজি তেওঁ আহিলে তুমি নেৰা-নেপেৰাকৈ লাগি হ'লেও সুধি জানি ল'বা কেনেকৈনো তেওঁ হঠাতে ইমান পইছা পালে। মই কাইলৈ আকৌ আহিম, সকলো শুনিমহি। শুনি তোমাক ক'ম— তেওঁ সৎপথে উপাৰ্জন কৰিছে নে অসৎপথে। নহ'লে আকৌ এই বুঢ়া কালত তোমালোকৰ কিবা আপদ-বিপদ হ'লে, একে গাঁৱৰে মানুহ আমি, আমাৰ জানো বেয়া নালাগিব?'

জমিদাৰণী গ'লগৈ।

সন্ধিয়া বুঢ়া ঘৰ আহি পালত বুঢ়ীয়ে মুখ ওন্দোলাই বহি থাকিল। বুঢ়াই বাৰে বাৰে সোধাত লাহে লাহে বুঢ়ীৰ ভেম ভাগিল।

'তুমিনো কেইদিনমানৰ বাবে বাহিৰলৈ গৈ কেনেকৈ ইমান টকা-পইছা ঘটিলা, মোক আজিলৈকে একোকে কোৱা নাই···' —বৰ অভি-মা' ভৰা মাতেৰে বুঢ়ীয়ে ক'লে।

'অ' সেয়াহে কথা!' বুঢ়াই হাঁহি এ। মাৰি উত্তৰ দিলে— 'কওঁ শুনা।' —হঠাতে বুঢ়াৰ কাণত বাজি উঠিল সেই নিশা গছৰ তলত বহি শুনা উপদেশ বাণী— 'তিৰোতা মানুহৰ আগত কোনো গোপনীয় কথা নক'বা। তেওঁলোকৰ পেটত কথা নাথাকে। তেওঁলোকৰ আগত গোপনীয় কথা ক'লে বিপদত পৰিবা।'

বুঢ়ীয়ে তেতিয়াও বুঢ়াৰ মুখলৈ চাই থকা দেখি লৰালৰিকৈ তেওঁ আৰম্ভ কৰিলে— "ঘৰৰপৰা ওলাই বহুদূৰ পালোঁগৈ, কেবাখনো গাঁও কেবাখনো বন পাৰ হৈ এখন পাহাৰ পালোঁগৈ। তাতে এটা গুহাত এজন সন্ন্যাসী থাকে। পাহাৰখনৰ নামনিতে এখন গাঁও আছিল। মাজে মাজে সন্ন্যাসীজন পাহাৰৰপৰা নামি গাঁৱলৈ আহে। গাঁৱৰ মানুহক দৰৱ-পাতি দিয়ে, বহুতৰে বহুত সমস্যাও তেওঁ সমাধান কৰি দিয়ে। তেনেকৈয়ে এদিন সন্ন্যাসীজন গাঁৱলৈ আহোঁতে মই তেওঁৰ ভৰি দুখনত সাৱটি ধৰিলোঁগৈ।

'প্ৰভু, বুঢ়াকালক বুঢ়ীৰ সৈতে লঘোনে ভোকে বৰ কষ্টেৰে দিন কটাবলগীয়া হৈছে। মোক দয়া কৰক, কিবা এটা উপায় দিয়ক।' সন্ন্যাসীয়ে আলফুলকৈ মোক তুলি ধৰিলে।





'তুমিনো কেইদিনমানৰ বাবে বাহিৰলৈ গৈ কেনেকৈ ইমান টকা পইছা ঘটিলা— মোক আজিলৈকে একো কোৱা নাই ...'

'তুমি চিন্তা নকৰিবা। যোৱা, গাঁৱৰ সিমুৰৰ দোকানখনৰপৰা এবটল খাটি সৰিয়হৰ তেল লৈ আহাগৈ।'

'মোৰ ওচৰত ফুটা কড়ি এটাও নাই, ক'ৰপৰানো মই সৰিয়হৰ তেল আনিম?'

'যোৱা দোকানীক মোৰ কথা কোৱাগৈ। তেওঁ এবটল তেল দিব।' সেইমতেই দোকানীৰপৰা খাটি সৰিয়হৰ তেল এবটল আনিলোঁ। তেওঁ ক'লে 'এইখিনি গৰম কৰা।'

খেৰকুটা কিছুমান তাতে পৰি আছিল, সেইবোৰকে গোটাই মেলি জুই জ্বলাই তেলখিনি ভালদৰে উতলালোঁ। তাৰ পিছত সেই উতলা তেলখিনি তেওঁ খাবলৈ আদেশ দিলে। ভয় লাগিছিল যদিও মৰণত শৰণদি সেইখিনি খাই পেলালোঁ।

'কাইলৈ ৰাতিপুৱা শুই উঠাৰ পিছত ভালদৰে গা-পা ধুই ল'লে তুমি মাটিৰ তলত থকা বহুত ধনৰত্ন যেনিয়ে তেনিয়ে সিচঁৰতি হৈ থকা দেখা পাবা। তাৰপৰা যিখিনি তোমাৰ প্ৰয়োজন লৈ ল'বা। মোৰ আদেশ মতেহে তুমি লৈছা, মই কৈছোঁ তাৰ বাবে তোমাৰ কোনো পাপ নহয়।

পিছদিনা ৰাতিপুৱা গা-পা ধোৱাৰ পিছত সঁচাকৈয়ে মই



'মই কোৱা কথাষাৰ সুধিছিলানে সৈনিকক ?'

মাটিৰ তলত লুকুৱাই থোৱা ধনৰত্নবোৰ দেখা পালোঁ। তাৰে-পৰা অলপ লৈ আহিলোঁ। এয়ে গুপুত ৰহস্য। মই কোনো অসৎ উপায়েৰে ধন ঘটা নাই। যি হৈছে, যি পাইছোঁ সন্ন্যাসীয়ে দিয়া বাবেহে হৈছে। পিছে বুঢ়ী অ' মাটিৰ তলত যে এনেকৈ য'তে ত'তে কিমান ধন ৰত্ন সিচঁৰতি হৈ থাকে সিদিনাহে জানিলোঁ। পিছে সৰহকৈ আনিনো কি কৰিম ! আমি দুটা মানুহ— যিখিনি প্ৰয়োজন সেইখিনিহে আনিলোঁ।"

সকলো কথা খৰচি মাৰি জানি লোৱাৰ পিছত বুঢ়ীৰ মনটো ফৰকাল হ'ল, মুখত হাঁহি বিৰিঙিল।

পিছদিনা দুপৰীয়া আকৌ আহিল জমিদাৰৰ ঘৈণীয়েক। ইকথা সিকথাৰ পিছত তেওঁ সুধিলে —মই কোৱা কথাষাৰ সুধিছিলানে সৈনিকক ?

'এৰা, এৰা আই, সুধিছিলোঁ।'

'কি ক'লে তেওঁ ?' —বৰ উৎসাহেৰে সুধিলে জমিদাৰণীয়ে। বুঢ়ীয়ে সকলোখিনি কথা আঁৰবেৰ নোহোৱাকৈ তেওঁক কৈ পেলালে। শুনাৰ পিছত ততাতৈয়াকৈ তেওঁ উঠিল, মনৰ উগুল-থুগুল ভাবত তেওঁ



আনকি বুঢ়ীক ভালকৈ মাতো নলগালে। ঘৰলৈ গৈ সকলো কোৱাত গিৰিয়েকৰ আনন্দৰ পাৰ নাইকিয়া হ'ল— হয়নে ? ইমান সহজে ধনী হ'ব পাৰি ? কেৱল তেল এবটল উতলাই খালেই মাটিৰ তলত ক'ত কিমান ধনৰত্ন আছে সকলো দেখা পাব পাৰি ? তেন্তে ? এইবাৰ আৰু আমাক কোনে পায় ! সৈনিকে অকল এবটলহে তেল খাইছিল— মোৰ ছটা ল'ৰা আৰু আমি দুয়ো মুঠতে আঠজনে আঠবটল তেল খাম। তেতিয়া আৰু মাটিৰ তলৰ কোনো সম্পদেই আমাৰ চকুৰ আগৰপৰা সাৰি যাব নোৱাৰিব। দেশৰ ৰজাতকৈও মই বেছি ধনী হ'ব পাৰিম।

লগে লগে তেওঁ তেলীৰ ঘৰলৈ মানুহ পঠিয়ালে আঠ বটল খাটি সৰিয়হৰ তেল লৈ আহিবলৈ। খন্তেক পিছতে তেলৰ বটল আহি পালে। জমিদাৰণীয়েও লৰালৰিকৈ সেইখিনি উতলাবলৈ আখ-লত সোমালগৈ।

জমিদাৰে তেওঁৰ ছয়োজন ল'ৰাক মাতি আনিলে। 'বোপাইহঁত, আজি তোমালোকক এষাৰ কথা কওঁ। মাৰাই এতিয়াই সৰিয়হৰ তেল আনি দিব। তোমালোকে গাইপতি এবটলকৈ পি খাব লাগিব। খাওঁতে অলপ কষ্ট হ'ব সঁচা, কিন্তু তাৰপিছত আমি দেশৰ ৰজাতকৈও ডাঙৰ ধনী হ'ম। মাটিৰ তলত যিমান ধনৰত্ন লুকাই আছে সকলো আমাৰ হ'ব।

পুতেকহঁতৰ সৈতে মাকে প্ৰথমতে উতলা তেলখিনি খালে। খোৱাৰ লগে লগে ডিঙি আৰু বুকু জ্বলি গ'ল, আনকি চিঞৰিব-লৈকো তেওঁলোকৰ শক্তি নাইকিয়া হ'ল। দুঘন্টামানৰ ভিতৰতে ছয়োটা পুতেকৰ সৈতে মাকো ঢুকাল।

দুখে-শোকে-খঙে জৰ্জৰিত হ'ল জমিদাৰ। তেওঁ ৰজাৰ ওচৰত গোচৰ দিলেগৈ— বুঢ়া সৈনিকে মোৰ ছটা ল'ৰা আৰু পত্নীক হত্যা কৰিছে মহাৰাজ। তাৰে উচিত বিচাৰ হ'ব লাগে।'

ৰজাই বুঢ়া সৈনিকক মতাই আনি সকলো সুধিলে। সৈনিকে উত্তৰ দিলে 'মহাৰাজ, সকলো শুনিলে আপুনি গম পাব যে অতি লোভৰ বাবেহে জমিদাৰে নিজৰ পত্নী আৰু পুত্ৰসকলক হত্যা কৰিলে।'

তেওঁ আগৰপৰা গুৰিলৈকে ৰজাক সকলো কথা ভাঙি পাতি ক'লে। সকলো শুনি ৰজাৰ বৰ খং উঠিল— 'হেৰা জমিদাৰ, বুঢ়া সৈনিকৰতো অকণো দোষ নাই। অতি লোভৰ বাবেহে তোমাৰ এনে হৈছে। তোমাৰ দৰে লুভীয়া আৰু পাপী মানুহ মোৰ ৰাজ্যত থাকিব নালাগে।



'খোৱাৰ লগে লগে তেওঁলোকৰ ডিঙি আৰু বুকু জলি গ'ল তেওঁলোকৰ, আনকি চিঞৰিবলৈকো তেওঁলোকৰ শক্তি নাইকিয়া হ'ল ।'

কাইলৈ ৰাতিপুওৱাৰ আগতে তুমি এই ৰাজ্যৰপৰা আঁতৰি যাব লাগিব । কাইলৈ ৰাতিপুৱা তোমাক মোৰ ৰাজ্যৰ সীমাৰ ভিতৰত দেখা পালে প্ৰাণদণ্ড দিয়া হ'ব ।

বজাৰ আদেশ শুনি চৰণ পৰা মানুহৰ দৰে জমিদাৰজন তাতেই থিয় হৈ ৰ'ল । ৰজাৰ চন্তৰীয়ে তেওঁক গঁতিয়াই গঁতিয়াই তাৰপৰা উলিয়াই দিলে ।

আফ্ৰিকা

# জৰিমনাৰ গোন্ধ

আফ্ৰিকাৰ এখন গাঁও । তাতে দুজন বন্ধু ওচৰা-উচৰিকৈ থাকে । এজন বৰ ধনী চহকী, আনজন তেনেই দুখীয়া । দুখীয়া হ'লেও মানুহ জনে বন্ধুৰ ওচৰত কেতিয়াও কোনো কথাতে হাত নাপাতিছিল । কেতিয়াবা ঘৰত খাবলৈ খুদকণ এটাও নাথাকে । নাথাকিলে নো কি কৰিব ! সিদিনা তেওঁ লঘোনেই থাকে, তথাপিতো লাজৰ মূৰ খাই বন্ধুৰ ওচৰলৈ কিবা বিচাৰি নাযায় ।

এবাৰ গোটেই অঞ্চলটোতে বৰ খৰ হ'ল । খেতি-বাতি একেবাৰেই নহ'ল । পথাৰৰ মাটি চিৰাল ফটা দিলে । অকণমান বৰষুণৰ বাবে গোটেই অঞ্চলৰ মানুহে পৰম আশাৰে আকাশলৈ মুখমেলি চাই থাকে । বৰষুণৰ দেৱতাক সন্তুষ্ট কৰিবলৈ কোনোবাই চিঞৰি মন্ত্ৰ মাতে, কোনোবাই গছৰ শিপা-ডাল আদি গোটাই পূজা কৰে, কোনোৱে আকৌ ডবা বজায়, কোনোবাই চিঞৰি গান গায় । নাই, একোতে একো নহয় । কেনিও বৰষুণৰ নামত পানী এটোপালো আকাশৰপৰা পৰাৰ উমঘাম নাই । চাৰিওফালে দুৰ্ভিক্ষ লাগিল, লগতে আৰম্ভ হ'ল ভয়ানক মহামাৰী ।

দুখীয়া বন্ধুজনে কেবাদিনো একো খাবলৈ পোৱা নাই । বৰ দুৰ্বল হৈ চকুৰে একোকে নমনাৰ দৰে হৈ পৰিছে তেওঁ । অৱশেষত ইমান দিনৰ বন্ধুত্ব আৰু মৰমৰ কথাকে সুঁৱৰি সকলো লাজ-চৰম বাদ দি তেওঁ ধনী মানুহজনৰ ঘৰ ওলালগৈ । বৰ কাতৰ কণ্ঠেৰে তেওঁ বন্ধুক মাতিলে— 'বন্ধু, বহুদিনৰপৰা লঘোনে আছোঁ । খাবলৈ ঘৰত খুদকণ এটাও নাই, ভোকত মোৰ প্ৰাণ যাওঁ যাওঁ হৈছে । অলপ সহায় বিচাৰি তোমাৰ ওচৰলৈ আহিছোঁ— খাবলৈ মোক কিবা দিয়া বন্ধু !'

পিছে দুখীয়া মানুহজনৰ অৱস্থা দেখি চহকী বন্ধুৰ হ'লে অকণো মৰম নালাগিল ।

'তুমি ? তুমি মোৰ ওচৰলৈ কেলৈ আহিলা ? এই টোকোনাবোৰৰ-



'ভোকত কাতৰ হৈ পৰি থকা মানুহজনক দেখি দয়া উপজিল।'

পৰা দেখিছোঁ অকণো শান্তি নাই ! যোৱা··· যোৱা··· এতিয়াই আঁতৰ হোৱা ইয়াৰপৰা··· নহ'লে···।' নহ'লে যে কি হ'ব পাৰে সেইখিনি তেওঁ দাঁতমুখ কৰচিয়েই বুজাই দিলে। চহকী বন্ধুৰ ঘৰৰপৰা তললৈকে ওলাই আহি দুখীয়া মানুহজন ভোকত কাতৰ হৈ বাটৰ দাঁতিতে শুই থাকিল।

সেই বাটেৰে তেতিয়া অইন এজন মানুহ আহি আছিল। একে গাঁৱৰে মানুহজন সেইদৰে পৰি থকা দেখি তেওঁৰ মৰম লাগিল। মানুহজনৰ হাতত আছিল এ:বোজা গোমধান। দুৰ্ভিক্ষৰ বতৰত কিছুদিন খাবলৈ হ'ব বুলি সেইবোৰ তেওঁ বহুদূৰৈৰ এঠাইৰপৰা কিনি আনিছিল। ভোকত কাতৰ হৈ পৰি থকা মানুহজনক দেখি তেওঁৰ দয়া উপজিল। তাৰে কেইটামান তেওঁ তাক দি দিলে। বহুদিনৰ মূৰত খোৱাবস্তু দেখি মানুহজনেও যেন হেৰোৱা বল ঘূৰাই পালে। লাহে লাহে বৰ কষ্টেৰে সেইখিনি লৈ চুঁচৰি-বাগৰি তেওঁ ঘৰ পালেগৈ। ঘৈণীয়েকেও গোমধানখিনি পাই বৰ বং পালে। পিছে সমস্যা হ'ল ঘৰত নিমখ-তেল, আনকি জুই ধৰিবলৈ খৰিও নাই।





ক'ৰ নোৱৰাকৈয়ে নিমখকণো নোহোৱাকৈ মানুহজনে সকলোখিনি জলপান খাই পেলালে।

কেনেকৈ কি ৰান্ধিব ! তাই ক'ৰবাৰপৰা খেৰকুটা বিচাৰি আনি তাৰে যেনে-তেনে জুই ধৰি গোমধানেৰে কিবা অলপ ৰান্ধিলে। পিছে তেল নাই ঘি নায়েই— নিমখকণো নাই, সেয়ে ৰন্ধা খাদ্যবোৰৰ সা-সোৱাদ একো নহ'ল। তথাপিতো তাকে লৈ দুয়ো আগফাল পালেগৈ, ঘৰৰ ভিতৰত নো এন্ধাৰে-মুধাৰে কেনেকৈ খায় ! লেম-চাকি জ্বলাবলৈকো তেল কাহানিবাই শেষ হ'ল। সেয়ে জোনৰ পোহৰতে বহি জলপান খাবলৈ দুয়ো বাহিৰলৈকে ওলাই আহিল। চাৰিও ফালে বা ৰিব্ ৰিব্ মলয়া বলিছে— দুয়ো একেলগে বহি খাবলৈ ধৰিলে।

ইফালে সেই সময়ত আলিটোৰ সিপাৰে চহকী বন্ধুজনৰ ঘৰত ৰান্ধনীয়ে নানা তৰহৰ বস্তু ৰান্ধিছে। পাকঘৰটোও আকৌ আছিল এওঁলোক বহি থকাৰ ফালেই। পাকঘৰৰপৰা খোৱাবস্তুৰ লোভলগা গোন্ধ আহি গিৰিয়েক-ঘৈণীয়েকহালৰ নাকত লাগিল। আঃ ! ইমান অপূৰ্ব গোন্ধ··· ! গোন্ধ পাই থাকোঁতে তেওঁলোকে সেই সুস্বাদু আহাৰবোৰকে খাই থকা যেন পালে। ক'ৰ নোৱৰাকৈয়ে নিমখকণো নোহোৱাকৈ মানুহজনে সকলোখিনি জলপান খাই পেলালে।

তাৰপিছত কেবাদিনো পাৰহৈ গ'ল। আকৌ আৰম্ভ হ'ল অনাহাৰ.. অনাহাৰ... অনাহাৰ...। পেটৰ পোৰণিত অতিষ্ঠ হৈ তেওঁ

ভাবিলে 'আজিও যাওঁৰেইচোন বন্ধুৰ ওচৰলৈ। সেইদিনা তেওঁ মোক ধমকি দিছিল সঁচা। মানুহৰ মন সকলো সময়তে ভাল নাথাকে— সেইদিনা চাগে অইন কিবা কথাত তেওঁৰ মনটো বেয়া লাগি আছিল, খঙেই উঠি আছিল হ'ব পায়। মোৰো কপাল বেয়া তেনেকুৱাতে পালোঁগৈ। আজি তেওঁ নিশ্চয় মোক ভালদৰে মাত-বোল কৰিব ..' আৰু...' অলপ বৈ তেওঁ পুনৰ নিজকে কোৱাদি ক'লে 'তেওঁৰ ঘৰতনো খোৱাবস্তুৰ কি আকাল লাগিছে ! তৰহে তৰহে বস্তু দ'ম লাগি আছে, খাওঁতাহে নাই। বিচাৰিলে তাৰে কিবা অকণমান মোক নিদিবনে! হাজাৰ হ'লেও তেওঁ মোৰ পুৰণা বন্ধ··· নতুনকৈ আশা বুকুত বান্ধি তেওঁ সিদিনা পুনৰ বন্ধুৰ ঘৰলৈ খোজ ল'লে।

পিছে ঘৰ পাবগৈ নালাগিলেই, চহকী বন্ধুজনে তেতিয়া ঘৰৰ-পৰা ওলাই বাটত ইফালে সিফালে এনেয়ে অকণমান খোজকাঢ়ি ফুৰি আছিল। ইজনক আহি থকা দেখিয়েই তেওঁৰ খঙে চুলিৰ আগ পালেগৈ। 'এই কেলেহুৱাটোৱে চাগে মোক দেখাৰ লগে লগে পেনপেনাবলৈ ধৰিব ! ভাল আপদখন হ'ল !' মানুহজন আগুৱাই আহি থকা দেখি তেওঁ লৰালৰিকৈ নেদেখা ভাও জুৰি ফালৰি কাটি যাবলৈ বিচাৰিলে। পিছে দুখীয়া মানুহজনে তেওঁক প্ৰায় আগভেটিয়ে ধৰিলেগৈ। কাণ্ড দেখি তেওঁৰ কপাল কোঁচ খালে, চকুৰে-মুখে বিৰক্তিৰ ভাব ফুটি ওলাল। 'কি হ'ল ? মোক আগভেটি ধৰিছা যে ? —হটা মাতেৰে তেওঁ সুধিলে। 'এৰা . কথা এষাৰ কওঁ বুলিহে... ।

'কোৱা কি কবা— মোৰ এফালে যাবলগীয়া আছে, সময় নাই।'

'মানে... বন্ধু কথাষাৰ কি জানা... দুদিনমানৰ আগতে তোমাৰ ঘৰৰ সন্মুখৰ বাটটোতে বহি মই গোমধানেৰে বনোৱা বহখিনি জলপান খাই পেলালোঁ। কোনো মচলা আনকি নিমখকণো নাছিল লগত, পিছে কি আচৰিত কথা জানা— খাবলৈ মোৰ একো অসুবিধাই নহ'ল ..... ।'

'কিয় ?' খং পাহৰি চহকী বন্ধুজন এইবাৰ আচৰিত হ'ল— 'নিমখকণো নথকাকৈ কেনেকৈ তুমি খাব পাৰিলা ?

'এৰা, সেয়াহে আচল কথা। মানে সেই সময়ত আকৌ তোমাৰ ঘৰত নানান তৰহৰ সুস্বাদু খোৱাবস্তু ৰান্ধি আছিল··· তাৰে গোন্ধ আহি আলিবাট পাইছিলহি। সেই গোন্ধ পোৱা বাবেই... মানে বুজিছা নহয় বন্ধু... মই নিমখকণো নোহোৱাকৈ মই জলপানখিনি



খাই পেলালোঁ। মোৰ জলপানখিনিৰ সৈতে তোমাৰ খাদ্যৰ গোন্ধ... বুজিছা... বৰ ভাল লাগিছিল... ।' মানুহজনে টকালি পাৰি ক'লে যেন কিবা বৰ লোভনীয় বস্তুহে খালে।

'কি ?' —টকালি পৰা শেষ নৌহওঁতেই প্ৰচণ্ড খঙেৰে গৰজি উঠিল চহকী মানুহজনে —'তুমি মোৰ খোৱা বস্তুৰ গোন্ধ চুৰ কৰিছা ! তোমাৰ সাহ দেখোন কম নহয়... বাটৰ ভিকহু এটা হৈ .. তাকেইতো সদায় সদায় ভাবি থাকোঁ খোৱা বস্তুবোৰত গোন্ধ নাইকিয়া হ'ল কিয় ? কটা নিধক। ঠিক আছে তোক মই বিচাৰকৰ আগলৈ নিহে এৰিম... জৰিমনা দিব লাগিব তই... উঃ! ইমান অনাচাৰ হৈছে দেশত !'

তেতিয়াই খঙতে ফোপাই-জোপাই চহকী মানুহজন বিচাৰকৰ ওচৰ পালেগৈ। সকলো শুনি বিচাৰকে দুখীয়া মানুহজনক মাতি পঠিয়ালে। দুয়োৰে উপস্থিতিত বিচাৰ আৰম্ভ হ'ল। বিচাৰকে ৰায় দিলে— 'তুমিয়েই দোষী। তুমি খোৱাবস্তুৰ গোন্ধ চুৰ কৰিছা। তোমাৰ জৰিমনা হ'ব এটা ছাগলি। তুমি তেওঁক ছাগলি এটা দিব লাগিব।'

দুখীয়া মানুহজনে কান্দিবলৈ ধৰিলে— 'প্ৰভু মোক দয়া কৰক। মইনো ক'ৰপৰা ছাগলি এটা দিম ? আজি কেবাদিনো ঘৰে ঘৰোৱাহে অনাহাৰে আছোঁ। কেৱল আজিয়ে নহয় প্ৰভু, আমি প্ৰায়ে খাদ্যৰ অভাৱত অনাহাৰে থাকিবলগীয়া হয়। কেনেকৈনো মই ছাগলি এটা দিম ! মোক এইবাৰলৈ ক্ষমা কৰি দিয়ক, আগলৈ আৰু কেতিয়াও এনে কাম নকৰোঁ... ।'

পিছে তাৰ কান্দোনলৈ কোনেও কাণষাৰ নকৰিলে। বিচাৰ চাই ৰংধেমালি কৰি মানুহবোৰ দিহাদিহি গ'লগৈ। দুখীয়া মানুহ জনে নিৰুপায় হৈ কান্দি কান্দি অকলে অকলে ঘৰলৈ খোজ ললে।

কিছুদূৰ যোৱাৰ পিছত তেওঁক বন্ধু এজনে লগ পালে।

'তুমি কেলেই কান্দিছা ?'

'মোৰ বৰ বিপদ। দেশত দুখীয়াৰ বাবে আইন-আদালত, ন্যায় বিচাৰ একো নাইকিয়া হ'ল বন্ধু। সকলো কেৱল চহকী মানুহৰ কাৰণেহে... ।' উচুপি উচুপি দুখীয়া মানুহজনে ক'লে।

'মোক সকলো শুৱিৰেপৰা কোৱা বন্ধু। জানোচা মই তোমাক কিবা সহায় কৰিব পাৰোঁৱেই !'



'তুমি চিন্তা নকৰিবা, জৰিমনা দিবৰ দিনা তুমি মোক বিচাৰকৰ ওচৰলৈ লৈ যাবা ।'

দুখীয়া মানুহজনে সকলো ভাঙি পাতি ক'লে।

'তুমি চিন্তা নকৰিবা, জৰিমনা দিবৰ দিনা তুমি মোক লৈ বিচাৰকৰ ওচৰলৈ যাবা ।'

'ছাগলিটো ?'

'অ' ছাগলিটো । সিদিনাৰ বাবে ছাগলি এটা ময়েই তোমাক দিম বাৰু । তাৰ পিছত মোৰ ছাগলি মই ঘূৰাই আনিম ।'

'তুমি কি কৈছা বন্ধু ? ছাগলি জানো ঘূৰাই আনিবলৈ দিব ?'

'দিব...দিব...মানে দিবই লাগিব । তুমি চিন্তা নকৰিবা ।' হাঁহি হাঁহি বন্ধুজনে ক'লে ।

লাহে লাহে জৰিমনা দিয়া দিনটো আহিল । দুখীয়া মানুহজনৰ বৰ ভয় লাগিল । তেওঁ বন্ধুজনৰ সৈতে ছাগলি এটা লৈ বিচাৰকৰ ওচৰ পালেগৈ । সেইদিনাও সেই অদ্ভুত গোচৰৰ জৰিমনা দিয়া চাবলৈ বিচাৰ সভাত বিৰ দি বাট পাবলৈ নাইকিয়া হৈছিল । লাহে লাহে বিচাৰক আহিল, বৰ গহীন মুখেৰে চাৰিওপিনে এবাৰ চাই তেওঁ নিজৰ আসনত বহিল ।

গোচৰটোৰ বিষয়ে আৰু হৈ যোৱা ৰায়ৰ বিষয়ে উপস্থিত





'ধনী মানুহজনে ছাগলিটো কিয় পাব ? দুখীয়াজনে জানো তেওঁৰ পৰা কিবা বস্তু পাইছে ?'

বাইজক পঢ়ি শুনোৱা হ'ল । সকলো উদগ্ৰীৱ হৈ কিনো ঘটে চাবলৈ বৈ থাকিল ।

দুখীয়া মানুহজনৰ বন্ধুজন থিয় হ'ল ।

'কি ৰায় দিলে দেউতা ?'

'দুখীয়া মানুহজনে জৰিমনা দিব লাগিব ।'

'সেই জৰিমনা কি হ'ব ?'

'এটা ছাগলি ।'

'ছাগলিটো কোনে পাব ?'

'ধনী মানুহজনে ।'

'ধনী মানুহজনে ছাগলিটো কিয় পাব ? দুখীয়াজনে জানো তেওঁৰ-পৰা কিবা বস্তু পাইছে ?'

'পাইছে, তেওঁৰ খোৱাবস্তুৰ গোন্ধ ।'

এইবাৰ বন্ধুজনে ধনী মানুহজনক সুধিলে 'দুখীয়া মানুহজনে কি অপৰাধ কৰিছে আপোনাৰ ওচৰত ?'

'তেওঁ মোৰ খোৱাবস্তুৰ গোন্ধ চুৰ কৰিছে ।'

'খোৱাবস্তুৰ গোন্ধোই চুৰ কৰিছেনে খোৱাবস্তুও তাৰ লগত চুৰ কৰিছে ?'

'নাই, কেবল গোন্ধহে চুৰ কৰিছে ।'

এইবাৰ মানুহজনে দৰ্শকসকলৰ ফালে মুখ কৰি ক'বলৈ ধৰিলে, 'ৰাইজ, কেবল গোন্ধহে চুৰ কৰা বাবে জৰিমনা হ'ব লাগিব গোন্ধ ওভোতাই দিয়াটোহে। ছাগলি এটা দিবলগীয়া হোৱাটো জানো ন্যায় বিচাৰ হ'ল ? আপোনালোকে কি কয় ?'

'এৰা, এৰা । কেবল গোন্ধহে ওভোতাই দিব লাগে— সেয়াই উচিত...কিন্তু— কেনেকৈ গোন্ধ ওভোতাই দিব ?'

'তাৰ ব্যৱস্থা মই কৰিম ।'

তেওঁ গোচৰীয়া আৰু পদকীয়া দুয়োজনকে বিচাৰক আৰু ৰাইজৰ আগলৈ আহি থিয় হ'বলৈ ক'লে। ছাগলিটোকো টানি আনি সেইখিনিত থিয় কৰালেহি।

তাৰপিছত দুখীয়া বন্ধুজনক তেওঁ চকুৰ ঠাঁৰেৰে কিবা ইংগিত দিলে। লগে লগে তেওঁ ছাগলিটো দাঙি আনি চহকী মানুহজনৰ নাকৰ ওচৰত ধৰিলে। উচপ খাই দুখোজমান পিচুৱাই গ'ল চহকী মানুহজন।

'ছিঃ! ইমান বেয়া গোন্ধ !'

'কিহৰ গোন্ধ ?' বন্ধুজনে সুধিলে।

'ছাগলিটোৰ ।'

'তুমি ভালকৈ শুঙি চাইছানে ?'

'এৰা ভালকৈয়ে চাইছোঁ— সেয়া ছাগলিটোৰেই গোন্ধ— তাত কোনো সন্দেহ নাই ।'

'তুমি নিশ্চিতনে যে য়েয়া ছাগলিটোৰে গোন্ধ ?' বন্ধুজনে পেৰি-পেৰি জেৰা কৰিবলৈ ধৰিলে।

'এৰা, মই নিশ্চিত ।'

'তেন্তে মাননীয় বিচাৰক মহোদয়, মাননীয় ৰাইজ, এই গোচৰ ইমানতে সমাপ্ত হ'ল— গোন্ধৰ সলনি গোন্ধ ।'

চহকী মানুহজনে চিঞৰিলে 'সেয়া কেনেকৈ হ'ব ? মোৰ চুৰি হোৱা গোন্ধ আছিল লোভনীয় খাদ্যৰ— এয়া হ'ল ভেকেটা-ভেকেট ছাগলিৰ গাৰ গোন্ধ !'

'কেলেই কৈছা ছাগলিৰ গাৰ গোন্ধ বুলি ? এয়া হ'ল জৰিমনাৰ গোন্ধ ।'

উপস্থিত ৰাইজৰ সকলোৰে হাঁহিবলৈ ধৰিলে। আনকি বিচাৰকেও হাঁহি সামৰিব নোৱৰা হ'ল। নাহাঁহিলে কেবল চহকী মানুহজনে। তেওঁ মুখখন কেহেৰাজ বটা যেন কৰি কালৈকো নোচোৱাকৈ ঘৰলৈ খোজ ল'লে।

জাপান

# নাকাছিমাৰ গাধ

জাপানৰ এজন ব্যৱসায়ী, তেওঁৰ নাম আছিল নাকাছিমা। ব্যৱসায়ী সাধাৰণতে চিয়ান হয় বুলি সকলোৰে জানে। পিছে আমাৰ নাকাছিমা আছিল একেবাৰে ব্যতিক্ৰম। তেওঁৰ দৰে হোজা অজলা ভু-ভাৰতত পাবলৈ নাছিল। সেয়ে তেওঁৰ ব্যৱসায়ত প্ৰায়েই লোকচান হৈছিল।

নাকাছিমাৰ এটা গাধ আছিল। সেই গাধটোৰ পিঠিত মালপত্ৰ বোজাই দি তেওঁ প্ৰায়ে বজাৰলৈ বস্তু বেচিবলৈ যায়। বহুদিনৰপৰাই গাধটো এইদৰে গৰাকীৰ সৈতে গৈ গৈ অভ্যস্ত হৈ পৰিছিল। তাৰ গৰাকীক সি বৰ ভালপাইছিল, চাগে বুদ্ধি-বৃত্তিৰ ফালেদি সম-গোত্ৰীয় বুলি ভাবিয়েই গৰাকীৰ প্ৰতি তাৰ বিশেষ টান আছিল।

এদিন তেওঁ গাধটোক লৈ বজাৰলৈ গৈ আছিল। দুজন চোৰো সেই সময়তে সেইটো বাটেৰে গৈ আছিল। আগে আগে গৈছে নাকাছিমা আৰু তেওঁৰ গাধ, পিছে পিছে গৈ আছে চোৰ দুজন। চোৰ দুজন নলে-গলে লগা বন্ধু হ'লেও দুয়োজনৰ মাজত কোন-জনেনো চুৰি-বিদ্যাত বেচি পাৰদৰ্শী তাকে লৈ তাহাঁত দুয়োৰে মাজত প্ৰায়ে তৰ্ক হৈছিল। সিদিনাও এজনে আনজনক কৈ আছিল 'চুৰি বিদ্যা হৈছে মহাবিদ্যা, মই ইয়াক এনেদৰে আয়ত্ত কৰিছোঁ যে মই যাৰ বস্তু চুৰ কৰোঁ তেওঁ গমকে নাপায় যে তেওঁৰ বস্তু চুৰ হৈছে।'

'কিন্তু তাত গৌৰৱ কৰিবলগীয়া নো কি আছে ? গৰাকীয়ে যদি গমকে নাপালে তেন্তে তুমিনো কেনেকৈ মূল্যবান বস্তু চুৰ কৰিছা বুলি মানি লওঁ ? মূল্যবান বস্তু চুৰ কৰিলেতো গৰাকীয়ে গম পাবই।' —ইজনে আপত্তিৰ সুৰত ক'লে।

'নহয়, সেইটো সঁচা নহয়। মূল্যবান বস্তু চুৰ কৰিলেও কেতিয়াবা গৰাকীয়ে গম নাপায়।'

'মই বিশ্বাস নকৰোঁ। তুমি প্ৰমাণ কৰি দেখুৱাব পাৰিবানে ?'



‘গৰাকীয়ে যদি গমকে নাপালে তেন্তে তুমিনো কেনেকৈ মূল্যবান বস্তু চুৰ কৰিছা বুলি মানি লওঁ ?..’

‘কেলেই নোৱাৰিম ? এতিয়াই দেখুৱাব পাৰোঁ। সৌ যে মানুহ-জন গৈ আছে, দেখিছানে ? তেওঁৰ গাধটো যে এটা মূল্যবান বস্তু, সেয়া তুমি স্বীকাৰ কৰা নে নকৰা ? তেওঁৰ সেই গাধটোকে মই চুৰ কৰিম। তেওঁ গমকে নাপাব। ওলোটাই তেওঁ নিজেই গাধ হ’ব ; কেবল তুমি অলপ সহায় কৰিব লাগিব।’

‘ঠিক আছে, মই সহায় কৰিবলৈ সাজু আছোঁ। কি কৰিব লাগে কোৱা।’

‘গাধটো চুৰ কৰি মই তোমাৰ হাতত দিম, তুমি লৈ গুচি যাবাগৈ। মই মানুহ কৰি থৈ পিছত তোমাৰ সৈতে লগ হ’ম।’

‘মই ৰাজী।’

আচলতে প্ৰথমজন চোৰে নাকাছিমাক এজন হোজা মানুহ বুলি আগৰেপৰাই জানিছিল। সেয়েহে সি সেইদৰে দম্ভালি মাৰি কথা ক’বলৈ সাহ কৰিছিল।

তাহাঁত দুয়ো নাকাছিমা আৰু গাধটোৰ পিছে পিছে মনে মনে গৈ থাকিল। কিছুসময় তেনেদৰে গৈ থকাৰ পিছত আটায়ে এডোখৰ নিজান ঠাই পালে। তাত বাটৰ দুয়োফালে কেবল ডাঠ হাবি।





‘গাধটোৰ লেকামডাল খুলি লাহেকৈ নিজৰ ডিঙিত লগাই ল’লে।’

সেইখিনিতে প্ৰথম চোৰজনে গৰাকীৰ পিছে পিছে গৈ থকা গাধটোৰ লেকামডাল খুলি লাহেকৈ নিজৰ ডিঙিত লগাই ল’লে। দ্বিতীয়জন চোৰে আগৰ বন্দোবস্তমতে গাধটো লৈ বনৰ মাজত অদৃশ্য হ’ল। প্ৰথমজন চোৰে গাধ সাজি গৰাকীৰ পিছে পিছে গৈ থাকিল। লেকামৰ এটা মূৰ তেতিয়াও নাকাছিমাৰ হাতত আছে, পিছে তেওঁ এবাৰো পিছলৈ ঘূৰি চোৱা নাছিল বাবে এইবোৰৰ একো ভু পোৱা নাছিল। কিছুদূৰ যোৱাৰ পিছত লেকাম লগোৱা চোৰ বাটত থিয় হৈ ৰৈ গ’ল। সি আগলৈও নাযায় পিছলৈও নাযায়। নাকাছিমাই পিছলৈ নোচোৱাকৈয়ে লেকামডাল জোৰকৈ টানিলে ; নাই, গাধৰ কেটকুটেই নাই। এইবাৰহে তেওঁ উভতি চালে। ইকি ! গাধটোৰ ঠাইতচোন মানুহ এটাহে ৰৈ আছে। হতভম্ব হৈ তেওঁ চিঞৰি উঠিল ‘হেৰা, কোনহে তুমি ?’

‘হেঃ হেঃ হেঃ .....’ প্ৰথম চোৰটোৱে দাঁত নিকটাই হাঁহি এটা মাৰিলে, ‘মোক চিনি পোৱা নাই প্ৰভু ? ময়েই আপোনাৰ সেই গাধটো।’

‘কেনেকৈ হ’ব ? তুমি এটা মানুহহে !’

‘সেয়া... সেয়া... সেইখিনিতে দেউতাই ভুলটো কৰিলে। মানুহ আছিলোঁ, গাধ হ’লোঁ, তাৰপিছত আকৌ মানুহ হ’লোঁ।’



'হেঃ হেঃ হেঃ.... মোক চিনি পোৱা নাই প্ৰভু? ময়েই আপোনাৰ সেই গাধটো।'

অজলা নাকাছিমাই তাৰ কথাৰ আগ–গুৰি একো বুজি নোপোৱা যেন অনুমান কৰি সি ব্যাখ্যা কৰাত লাগি গ'ল—

'বহুদিনৰ আগতে মই মোৰ মাক মৰিয়াইছিলোঁ। মায়ে মোক শাও দিছিল 'মোৰ এনে ল'ৰা হোৱাতকৈ তই গাধ হোৱা হ'লেই ভাল আছিল। তই গাধ হগে।' মই মাক বৰকৈ তুতি-মিনতি কৰি ক্ষমা প্ৰাৰ্থনা কৰাত মায়ে ক'লে, ঠিক আছে বাৰু, দহ বছৰ দহ মাহ দহ দিন দহ ঘণ্টা দহ মিনিটৰ পিছত পুনৰ তই মানুহ হ'ব পাৰিবি। সেই ক্ষণটো আজি মিলিছে প্ৰভু— এই কণমান আগতে। সেয়েহে পুনৰ মই মানুহৰ ৰূপ পালোঁ।'

অজলা নাকাছিমাৰ মনলৈ হঠাতে বৰ অনুতাপ আহিল। এই মানুহজনকে গাধ বুলি ভাবি মই কিমান দিন পিটিছোঁ, কিমান যে গধুৰ বোজা কঢ়িয়াবলৈ দিছোঁ! চকুহাল চলচলীয়া কৰি সি ক'লে 'মোক ক্ষমা কৰি দিয়া ভাই, নজনাকৈ তোমাক ইমানদিনে বহুত বেয়া ব্যবহাৰ কৰিলোঁ, বহুত খটুৱালোঁ: যোৱা তোমাক এতিয়াই মুক্তি দিছোঁ। এই টকা পাঁচোটা নিয়া, মোক বেয়া নাপাবা।

সিয়ান চোৰে টকা পাঁচোটা লৈ দ্বিতীয়জন চোৰৰ লগ লাগিলগৈ। অজলাৰ বুদ্ধিৰ কথাকে আলচ কৰি দুয়ো বহুত সময় হাঁহিলে,





'হেৰৌ, তই আকৌ মাৰক মাৰিলি চাগে, নহয় নে?'

তাৰ পিছত থাউকতে পোৱা গাধটো বেচি আকৌ অলপ ধন ঘটাঁগে বুলি তাক বজাৰলৈ লৈ গ'ল। ইফালে নাকাছিমাই ভাবিলে 'গাধ এটা নহ'লেতো মোৰ কাম-বনবোৰ চলাবলৈ বৰ দিগদাৰ হ'ব। বজাৰলৈ আহিলোঁৱেই যেতিয়া চাইচিতি গাধ এটাকে কিনি লৈ যাওঁ।'

তেওঁ গাধৰ বজাৰত সোমাল। নাকাছিমাক গাধৰ বজাৰত সোমাব ধৰা দেখিয়েই প্ৰথম চোৰে দ্বিতীয়জনৰ হাতত গাধৰ লেকাম ডাল গুজি চকুৰ পচাৰতে আঁৰ হ'ল।

বজাৰত ভিন্ ভিন্ জাতৰ বহুতো গাধ ওলাইছে। নাকাছিমাৰ গাধটোও থিয় হৈ আছে সকলোৰে লগত। তেওঁ এফালৰপৰা গাধবোৰ চাই যাবলৈ ধৰিলে। যেতিয়াই তেওঁ নিজৰ গাধটোৰ ওচৰ পালে গৰাকীক দেখা পাই গাধটোৱে চিঞৰি উঠিল। নাকাছিমা আচৰিত হ'ল, তেওঁ নিজৰ গাধটো চিনি পালে— গাধটোৰ কাণৰ ওচৰতে এটা দাগ আছিল। নিশ্চিত হ'বৰ মনেৰে তেওঁ এইবাৰ কাণখন লুটিয়াই চালে। এৰা, হয়—তেওঁৰ গাধটোৱেই। সিনো এইকণ সময়ৰ ভিতৰতে কেনেকৈ মানুহৰপৰা আকৌ গাধ হ'ল তাকে ভাবি নাকাছিমা বৰ আচৰিত হ'ল।

গাধটোৱে ইফালে চিঞৰিয়েই আছে, বেয়াও লাগিল তেওঁৰ। তাক মৰম কৰি কৰি তেওঁ ক'বলৈ ধৰিলে। হেৰৌ, তই আকৌ মাৰক মাৰিলি চাগে, নহয়নে? পিছে বোগাই অ' বেয়া নেপাবি, তোক আৰু লৈ নেযাওঁ মই। তই ঘপহ কৰে আকৌ কোনোবা দিনা মানুহ হৈ গ'লে কাম-বনত বৰ দিগদাৰ হ'ব নহয় মোৰ।'

চোৰ দুটাইও বৰ স্ফূৰ্তি পালে। গাধ বেচি পোৱা পইছা আৰু নাকাছিমাৰপৰা পোৱা টকা পাঁচোটা লৈ দুয়ো আনন্দেৰে নাচি-বাগি ঘৰলৈ গ'ল।



চীন

# দুই টেঁটোনৰ সাধু

বহু··· বহুদিনৰ আগৰ কথা। চীন দেশত দুজন নলেগলে লগা বন্ধু আছিল। ইজনে আনজনৰপৰা এখন্তেকো আঁতৰি থাকিব নোৱাৰিছিল। ইজনৰ দাঁতত ভাত এটা লাগিলেও আনকি সিজনে গম পাইছিল। দুয়ো বনৌষধিৰ ব্যৱসায় কৰিছিল। সেয়ে প্ৰায়ে তেওঁলোকে গভীৰ অৰণ্যলৈ নানা বিধৰ গছৰ ডাল-পাত, বাকলি আদি বিচাৰি আনিবলৈ যাবলগীয়া হয়।

এদিন ৰাতিপুৱাই দুয়ো বন্ধু বনলৈ গ'ল। তেওঁলোকৰ হাতত ছুৰী-কটাৰী, চিপৰাং, মোনা আদি নানা ধৰণৰ সৰঞ্জাম। চিপৰাং? চিপৰাং নো কেলেই আকৌ? এৰা, চিপৰাং লাগে তেওঁলোকক— মূল্যবান বনৌষধি কিছুমানৰ বাবে গছৰ শিপা আনিবলৈকে দৰকাৰ হয় চিপৰাঙৰ। গৈ গৈ তেওঁলোক গভীৰ অৰণ্যত সোমাল। তাৰপিছত ইফালে-সিফালে তেওঁলোকৰ কামত অহা গছ বিচাৰি ফুৰিবলৈ ধৰিলে। ঘূৰিপকি ফুৰোতে তেওঁলোকে একেঠাইতে কেবাজোপাও তেনে গছ দেখিলে। এজনে সা-সৰঞ্জামবোৰ উলিয়াই শিপা কাটি উলিয়াবলৈ মাটি খন্দাত লাগিল। আনজনে ওচৰতে থকা আন এজোপা গছৰপৰা বাকলি এৰুৱাবলৈ ধৰিলে। অ' মানুহ দুজনৰ নাম দুটাকে কোৱা হোৱা নাই তোমালোকক— শিপা খান্দিবলৈ ধৰাজনৰ নাম আছিল বাই-হাই আৰু গছৰ বাকলি কটাজনৰ নাম আছিল চাও-লাং। বাই-হাইয়ে পিছে চাওলাঙতকৈ নিজক বেচি টেঙৰ বুলি ভাবিছিল। মাটি খান্দি থাকোতে থাকোতে হঠাতে তাৰ চিপৰাংখন টান কিবা এটা বস্তুত লাগি টংকৈ শব্দ হ'ল। তাৰ গাটো শিঁয়ৰি উঠিল ' · বহুতে কয় বনৰ মাজত গছৰ তলত ডকাইতবিলাকে গুপ্তধন পুতি থয়··· এঃ ক'তনো ইমান ভাগ্য হ'ব আমাৰ··· বোলোঁ উদৰ সাতপুৰুষ হ'ল কেঁচা মঙহ খাই··· সেয়া কিবা টান শিল-চিলেই হ'ব চাগে···' সি পুনৰ মাটি খন্দাত লাগিল। লাহে লাহে বস্তুটো



'এনে মূৰ্তি আগে পিছে মই কেতিয়াও দেখা নাই। মোৰ বাহিৰে
মূৰ্তিটো.. মূৰ্তিটো.. সোণৰ হ'ব লাগে।..'

ওলাবলৈ ধৰিলে— চিক্‌মিকাই থকা মূৰ্তি এটা। বৰ সন্তৰ্পণে বাই-হায়ে বস্তুটো উলিয়াই আনিলে। মূৰ্তিটোৰ গাত লাগি থকা মাটিবোৰ গুচাই মচি-কাচি উলিয়াওঁতে দেখা গ'ল সঁচাকৈয়ে সেইটো এটা বৰ ধুনীয়া মূৰ্তি। সোণোৱালী ৰঙৰ বেচ গধুৰ মূৰ্তিটো। ওচৰতে থকা চাও লাঙো আগবাঢ়ি আহিল। বাই-হাইৰ মূৰত ঘপ্‌কৰে এটা বুদ্ধি খেলালে— 'হেৰা সখি, কোৱাচোন মূৰ্তিটো বাৰু কিহৰ হ'ব পাৰে?'

'মই নাজানো সখি, এনে মূৰ্তি আগে-পিছে মই কেতিয়াও দেখা নাই।'

'মোৰ বোধেৰে মূৰ্তিটো··· মূৰ্তিটো··· সোণৰ হ'ব লাগে। সোণৰ হ'লে বাৰু কি কৰিবা?' —বাই-হায়ে সখিয়েকৰ মন জুখিবলৈকে ক'লে।

'সোণৰ হ'লে? আচলতে ভাবি চোৱাচোন সখি, আমিতো একো কষ্ট নকৰাকৈয়ে আৰু নিবিচৰাকৈয়ে মূৰ্তিটো পালোঁ। গতিকে সোণৰ হ'লেওনো কি টিনৰ হ'লেও নো কি! তথাপিতো মই ভাবিছোঁ যদিহে এইটো সোণৰ মূৰ্তি হয় তেন্তে··· মোৰ আধাভাগ মই বেচি সেই পইছাখিনি দুখীয়া মানুহবিলাকৰ মাজত বিলাই দিম। মই সৎপথত থাকি কষ্ট কৰি উপাৰ্জন কৰিবলৈ বিচাৰোঁ— এনেয়ে



পোৱা ধন মোক নালাগে।' —কিবা ভাবি ভাবি চাওলাঙে বৰ লাহে লাহে ক'লে।

বাই-হাইৰ হ'লে পেটে পেটে বৰ খং উঠিল।

'এই অঁকৰাটোক আজি লগত নমা হ'লে মইয়েই গোটেই মূৰ্তিটো অকলে ল'ব পাৰিলোঁহেঁতেন ·· ছেঃ··· ইয়াক আনি আপদ চপাই লোৱাহে হ'ল।' মনতে বুদ্ধি এটা পাঙি সি চাওলাঙক ক'লে— 'সখি, পিছে মূৰ্তিটো টিনৰহে হ'ব যেন লাগিছে দেখোন। ইয়াত সোণোৱালী ৰং কৰি থোৱাহে আছে, বুজিছা! এটা কাম কৰোঁ দিয়া, এইটো আজি নভঙাওঁ, মই চহৰৰ সোণাৰিৰ ওচৰলৈ লৈ গৈ দেখুৱাই আনিম। যদিহে সোণৰ হয় তেতিয়াতো ভালেই, দুয়ো ভগাই ল'ব পাৰিম।'

সখিয়েকৰ কথাৰ মোৰ অকস্মাতে সলনি হোৱা যেন দেখি চাওলাঙে বুজিলে সখিয়েকে নিশ্চয় কিবা চতুৰালি কৰিব বিচাৰিছে!

সি বৰ নিৰীহ মাতেৰে ক'লে— 'হ'ব দিয়া সখি, তুমি যি ভাল দেখা কৰা, মই নো কি ক'ম?'

বাই-হায়ে পেটে পেটে বৰ ফূৰ্তি পালে, এবাৰ মূৰ্তিটো সৰকাব পাৰিলে পিছত যি হওক কিবা এষাৰ কৈ অঁকৰাটোক আভুৱা ভৰিব পৰা যাব।'

কেইদিনমান পাৰ হ'ল। এদিন চাওলাং আহিল বাই-হাইৰ তালৈ। চাও-লাঙক দেখিয়েই বাই-হাইৰ মুখ শুকাই টেমি যেন হ'ল। সি সখিয়েকক নমতা-নোবোলাকৈ মূৰে-কপালে হাত দি মাটিত বহি থাকিল। তাক তেনেকৈ বহি থকা দেখি চাওলাঙো আহি ওচৰত বহিলহি।

'সখি, তোমাৰ আজি মনটো মৰা যেন দেখিছোঁ। কি হ'ল, কিবা দুখৰ বতৰা পালা নেকি?'

'চাওলাং মোৰ প্ৰাণৰ সখি, কিনো ক'ম! তোমাক মুখ দেখুৱাবলৈকে মোৰ লাজ লাগিছে।' কৈয়ে বাই-হাইয়ে পুনৰ তললৈ মূৰ কৰি দীঘলকৈ হুমুনিয়াহ কাঢ়িলে।

'সখি বাই-হাই, তুমিয়ে মোৰ ককাই-ভাইৰ নিচিনা। ইমানদিনে আমি ইমান মিলেৰে আছোঁ— তোমাৰ মনত যদি কিবা দুখ হৈছে মোক কোৱা, মই তোমাক কিবা সহায় কৰিব পাৰিলে ভাল পাম।'

বাই-হাইয়ে লাহে লাহে মূৰ তুলি চালে— 'সখি কিনো শুনিবা! সেই যে মূৰ্তিটো আমি পাইছিলোঁ— সেইটো সোণাৰিৰ দোকানত



'তুমিয়ে ময়ে ককাই-ভাইৰ নিচিনা। ইমান দিনে আমি ইমান মিলৰে আছোঁ....'

পৰীক্ষা কৰালোঁ— সেইটো টিনৰহে আছিল বুজিছা! সোণোৱালী ৰঙেৰে বোলোৱা তেনেই সস্তীয়া টিন। সেয়ে মোৰ মনটো বৰ বেয়া লাগি আছে।'

'সেইটোও কিবা কথানে! হ'ল হ'ল টিনৰ, কিনো হানি হ'ল তাৰপৰা? আমিতো সোণৰ মূৰ্তি বিচাৰি বনলৈ যোৱা নাছিলোঁ, সেয়া এনেয়ে পোৱা বস্তুহে! সেইবোৰ চিন্তা এৰা সখি।' চাওলাঙে ইমান সহজে কথাষাৰ বিশ্বাস কৰা দেখি বাই-হাইৰ মনত বৰ ৰং লাগিল। আচলতে মূৰ্তিটো সোণৰে আছিল। চাওলাঙক আধাভাগ নিদিবলৈকে বাই-হায়ে এইবোৰ ভাও জুৰি আছিল।

সখিয়েকৰ ঘৰত মাছে-মঙহে তিনি-টেলেঙনি মাৰি খাই-বৈ চাওলাং যাবলৈ ওলাল। পিছে সি মনে মনে বাই-হাইৰ টেঙৰালি গম নোপোৱাকৈ নাথাকিল। যাবৰ পৰত সি ক'লে— 'তোমাৰ ইয়াত





'দুয়োটা বান্দৰ পোৱালিকে ৰচি দুডালেৰে বান্ধি লৈ আহিল।'

দেখিছোঁ কেবল শুকান খট্‌মটীয়া পাহাৰ, ল'ৰাহঁতক অন্ততঃ ধনু-কাঁড় মৰা শিকাবলৈ চিকাৰ কৰিবলৈ শিকাবলৈকো ওচৰত বন নাই। এটা কাম কৰোঁ দিয়া, তোমাৰ ল'ৰা দুটাক কেইদিন-মানৰ বাবে ময়েই লৈ যাওঁ, মোৰ ঘৰৰ ওচৰতে সুন্দৰ সেউজীয়া পাহাৰ আছে, উমলিবলৈ পাহাৰ আছে। তাহাঁতে ঘোঁৰাত উঠা, কাঁড় মৰা— সকলো শিকিব পাৰিব। নে তুমি কি কোৱা?'

চাওলাঙক ঠগিব পাৰি বাই-হাইৰ মনটো এনেয়ে ভাল লাগি আছিল— 'হ'ব দিয়া সখি, মোৰ ল'ৰা জানো তোমাৰো ল'ৰা নহয়? নিয়া তাহাঁতক, যিমান দিনলৈ মন যায় ৰাখা।' বাই-হাইৰ ল'ৰা দুটাক লগত লৈ চাওলাং উভতিল।

আহি থাকোঁতে এঠাইত তাহাঁতে দেখিলে দুটা সৰু সৰু বান্দৰ পোৱালি বাটৰ ওপৰতে বৈ আছে। পোৱালি দুটা দেখি চাওলাঙৰ মনত এটা বুদ্ধি খেলালে। সি দুয়োটা বান্দৰ পোৱালিকে ৰচি দুডালেৰে বান্ধি লৈ আহিল। ঘৰলৈ অহাৰ পিছত বান্দৰ পোৱালি দুটাক বাই-হাইৰ ল'ৰা দুটাই বৰ মৰম কৰিবলৈ ধৰিলে। দুয়ো পোৱালি দুটাৰ লগত অনবৰত ধেমালি কৰি থাকে। দুয়ো তাহাঁতক নানান ধৰণৰ খেল শিকায়, কুস্তি কৰিবলৈ দিয়ে। চীনদেশত আকৌ বহু-তেই বিভিন্ন ধৰণৰ দৈহিক কৌশল প্ৰদৰ্শন কৰে। বাই-হাইৰ ল'ৰা

দুটাই বান্দৰ দুটাকো সেইবোৰ শিকাই দিলে। আনকি তাহাঁতে নিজৰ নামেৰে বান্দৰ দুটাৰ নামো ৰাখিলে চানকিয়াং আৰু লু-চুন। চানকিয়াং আৰু লু-চুন বুলি মাতিলে তাহাঁত য'তেই নাথাকক চপ-লিয়াই আহি ওচৰ পায়হি।

কেবামাহো পাৰ হোৱাৰ পিছত এদিন বাই-হায়ে চাওলাঙলৈ বতৰা পঠালে— 'সখি ল'ৰা দুটাক বহুদিন নেদেখি মোৰ মনটো উৰুঙা উৰুঙা লাগিছে। মই অহা দেওবাৰে তাহাঁতক আনিবলৈ তোমাৰ তালৈ যাম।'

সেই বিশেষ দেওবাৰটো আহিল। ৰাতিপুৱাই চাওলাঙে সখিয়েকৰ ল'ৰা দুটাক চিকাৰ কৰিবলৈ বনলৈ পঠিয়াই দিলে। ঘৰত কেবল তাৰ লৈতে বান্দৰ দুটাহে থাকিল। দুপৰীয়া বাই-হাই আহি পালেহি। চাওলাঙে সখিয়েকক দেখিয়েই আগবাঢ়ি গৈ ডিঙিত সাৱটি কান্দিবলৈ ধৰিলে! বাই-হায়ে বিচুতি খালে, কিনো কথা! কিনো বতৰা!

'সখি অ'··· কিনো ক'ম তোমাক? কেনেকৈনো তোমাক মই মুখ দেখুৱাওঁ? কিনো কুক্ষণত তোমাৰ দেহলাও ল'ৰা দুটাক মই আনিছিলোঁ···' —চাওলাঙৰ হিয়া ভগা কন্দোন পিছলৈ বিননি হ'লগৈ। বাই-হায়ে তেতিয়াও আগ-গুৰি একো উলিয়াবই পৰা নাই।

'কোৱাচোন সখি কিনো হ'ল? কেলেই ইমান বেজাৰ কৰিছা?'

সান্ত্বনা দিওঁতে দিওঁতে লাহে লাহে চাওলাং প্ৰকৃতিষ্ঠ হ'ল।

'সখি অ', তোমাৰ ল'ৰা দুটা তুমি নিবলৈ আহিছা হয়; কিন্তু কেনেকৈনো এতিয়া তাহাঁতক তোমাৰ আগত থিয় কৰাওঁ। সেই বনখন পাৰ হৈ আহিবলৈ ধৰোঁতেই কিবা যাদুৰ বলতেই নে কিহৰ বাবেই জানো দুয়ো বান্দৰ হৈ পৰিল।'

'বান্দৰ হৈ পৰিল? তুমি নো এইবোৰ কি কৈছা সখি?'

'এৰা বান্দৰ হৈ পৰিল। পিছে তাহাঁতৰ আগৰ সকলো কথাকে মনত আছে। আগতে যিবোৰ কুস্তিৰ পেচ দেখুৱাইছিল, খেল-ধেমালি কৰিছিল সেই সকলোবোৰেই এতিয়াও কৰি থাকে। আনকি তাহাঁতৰ নিজৰ নিজৰ নাম দুটাও মনত আছে।' —কৈ কৈয়েই চাওলাঙে চানকিয়াং আৰু লু-চুন বুলি চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে। বাই-হাইক আচৰিত কৰি দি খন্তেকতে ক'ৰবাৰপৰা দুটা বান্দৰ গোৱালি আহি ওলাল। আহিয়েই তাহাঁতে জঁপিয়াবলৈ ধৰিলে।

'দেখিছানে সখি! বহুদিনৰ মূৰত দেউতাকক দেখা পাই চান-কিয়াংহঁতৰ কিমান ফূৰ্তি!'





'দেখিছানে সখি! বহুদিনৰ মূৰত দেউতাকক দেখা পাই চান-কিয়াংহঁতৰ কিমান ফূৰ্তি!'

বাই-হায়ে মুখেৰে একো নামাতিলে। বহু সময়ৰ পিছত সি লাহে লাহে চাওলাঙৰ ওচৰত বহিলগৈ।

'সখি, মই সকলো বুজিপাইছোঁ। মোক আৰু লাজ নিদিবা। মূতিটো সঁচাকৈয়ে সোণৰ আছিল। তোমাৰ আধাভাগ মই নিশ্চয় দিম। মোক ল'ৰা দুটা ওভোতাই দিয়া।'

ইয়াৰ পিছত চাওলাঙে বাই-হাইক ল'ৰা দুটা ওভতাই দিলে। বাই-হায়েও তাক মূতিটোৰ আধাভাগ দিলে। দুয়ো পুনৰ সুখ-সন্তোষে থাকিবলৈ ধৰিলে! তাৰ পিছৰেপৰা বাই-হায়ে আৰু ভুলতো কোনো দিনে চাওলাঙক ঠগিবলৈ চেষ্টা নকৰা হ'ল।

# ছয় মূৰ্খ

বাদছাহ আকবৰে সদায়ে বিভিন্ন ধৰণৰ মানুহ লগপাইছিল ; তাৰে ভিতৰত বুদ্ধিমানৰ সংখ্যাই আছিল সৰহ। এদিন তেওঁৰ মনত খেলালে মূৰ্খক কেনেকৈ চিনিব পাৰি সেই কথাও জানি থোৱা ভাল।

বাদছাহে বীৰবলক মাতি পঠালে। সম্রাটে মতা শুনিয়েই লৰা-লৰিকৈ বীৰবল আহি ওলাল।

'কোৱাচোন বীৰবল, মূৰ্খকনো কেনেকৈ চিনিব পাৰি ?'

'বাদছাহ, সেয়া কোনো সমস্যাই নহয়। কথা-বতৰাৰ মাজেৰেই মূৰ্খক চিনিব পাৰি।'

'সেয়া মোৰ বিশ্বাস নহয়।'

'কিন্তু সেয়া একেবাৰে সঁচা কথা জাহাপনা।'

'বাৰু তোমাৰ কথাৰ প্ৰমাণ দেখুৱাব পাৰিলে মই মানি ল'বলৈ সাজু আছোঁ। তুমি ছজন মূৰ্খ মানুহ মোৰ ওচৰলৈ আনি প্ৰমাণ কৰি দেখুওৱা।'

'যি আদেশ জাহাপনা। কিন্তু মই ভালদৰে জানো অৱশেষত আপুনি মোৰ কথা মানি ল'ব।'

'বাৰু দেখা যাওক।' সম্রাট আঁকোৰগোজ।

পিছদিনা ৰাতিপুৱাৰেপৰা বীৰবলে ছজন মূৰ্খ মানুহ বিচাৰি ফুৰিবলৈ ধৰিলে। ঘৰৰপৰা ওলাই কিছুদূৰ যোৱাৰ পিছত তেওঁ দেখিলে এজন মানুহে ঘোঁৰাৰ পিঠিত উঠি গৈ আছে। তাৰ মূৰত এটা ঘাঁহৰ বোজা। ঘোঁৰাৰ পিঠিত উঠি ঘাঁহৰ বোজাটো মূৰত লৈ থকা দেখি বীৰবল আচৰিত হ'ল।

'হেৰা, তুমি বাৰু ঘোঁৰাৰ পিঠিত উঠি ঘাঁহৰ বোজাটো মূৰত কেলেই লৈ আছা ?'

'অস্ ! সেয়াও বুজা নাইনে ? মোৰ ইথন হাতত যে ঘোঁৰাৰ লেকামডাল আছে !'





'অস্ ! সেয়াও বুজা নাইনে. মোৰ ইথন হাতত যে ঘোঁৰাৰ লেকামডাল আছে !'

'কিন্তু ভাই, মই এষাৰ কথা হ'লে বুজা নাই, তুমিনো ঘোঁৰাটোৰ পিঠিত ঘাঁহৰ বোজাটো নথৈ মূৰত কেলেই লৈ আছা ?'

বীৰবলৰ মূৰ্খামি দেখি মানুহজন বৰ বিৰক্ত হ'ল— 'মূৰ্খ ! সেয়াও বুজা নাইনে ? ঘাঁহৰ বোজাটো ঘোঁৰাটোৰ পিঠিত থ'লে সি বোজাৰ ভৰত মৰি নাযাবনে ? সেয়ে ঘোঁৰাটোক বচাবলৈ বোজাটো নিজৰ মূৰতে লৈছোঁ।'

'এৰা, এৰা।' —বীৰবলে বহুত কিবাকিবি বুজি পোৱা যেন দেখুৱাই শলাগি থ'লে।

'বাৰু ভাই, তোমাৰ নাম কি ? ক'ত থাকা কোৱাচোন।' মানুহজনে নাম-ঠিকনা কোৱাত বীৰবলে সেইখিনি লিখি ল'লে। তাৰপিছত মানুহজনক তাতে এৰি তেওঁ আগবাঢ়ি গ'ল।

পিছে বেছিদূৰ যাবলৈ নৌপাওঁতেই ক'ৰবাৰপৰা ধুমুহাৰ নিচিনাকৈ মানুহ এজন দৌৰি আহি বীৰবলক খুন্দামাৰি বগৰাই পেলালে।



'শব্দটো ধৰিবলৈ আহোঁতেই… ? কিহৰ শব্দ ?'

অকস্মাতে এনেকৈ পৰি গৈ তেওঁৰ বৰ খং উঠিল। মানুহজনৰ ফালে চাই ধমকনি দি তেওঁ সুধিলে— 'হেৰা কোনহে তুমি ? এনেকৈ ধুমুহা অহাদি কেলেই আহিছা ?'

মানুহজনে পিছে বৰ বিনীতভাবেৰে তেওঁৰ ওচৰত ক্ষমা বিচাৰিলে— 'ক্ষমা কৰিব মোক, মই আচলতে ইচ্ছা কৰি আপোনাক খুন্দা মৰা নাই। আচলতে শব্দটো ধৰিবলৈ আহোঁতেই…।'

'শব্দটো ধৰিবলৈ আহোঁতেই ? কিহৰ শব্দ ?'

'মানে কথাটো হ'ল…' —অচিনাকি মানুহজনে কৈফিয়তৰ ভংগীৰে আৰম্ভ কৰিলে— 'মোৰ মনত খেলালে বোলে মোৰ মাতটোনো কিমান দূৰলৈ যায় জুখি উলিয়াওঁ। বজাৰৰ মাজত থিয় হৈ যিমান ডাঙৰকৈ পাৰোঁ চিঞৰ এটা মাৰিলোঁ, তাৰপিছত সেই শব্দ লক্ষ্য কৰি দৌৰিবলৈ ধৰিলোঁ। আপোনাৰ সৈতে বাটত খুন্দা লাগি যোৱা বাবেহে বৈ যাবলগীয়া হ'ল— নহ'লে শব্দটোক নিশ্চয় ধৰি পেলালোঁহেঁতেন।'

বীৰবলে এইজন মানুহৰো নাম-ঠিকনা লিখি ল'লে।

আকৌ খোজকাঢ়িবলৈ আৰম্ভ কৰিলে বীৰবলে। গৈ আছে… গৈয়েই আছে…বহুদূৰ যোৱাৰ পিছত তেওঁৰ বৰ ভাগৰ লাগিল।





'নহয়, মই কৈছোঁ মোক হাতত ধৰি নুতুলিব…
চুলিত ধৰি তোলক ডাঙৰীয়া…'

ক'ৰবাত জিৰাবলৈ ঠাই বোৱা যায় নেকি বুলি তেওঁ ইফালে-সিফালে চাবলৈ ধৰিলে। এনেতে বাটৰ কাষৰ নলাটোৰপৰা কাৰোবাৰ আৰ্তনাদ শুনা গ'ল। লৰালৰিকৈ বীৰবলে নলাটোৰ ওচৰ পালেগৈ। তাতে বোকাত লেটিপেটি হৈ দুয়োহাত দুফালে মেলি মানুহ এজনে চিঞৰি চিঞৰি কান্দি আছে। বীৰবলে মানুহজনৰ হাতত ধৰি তুলিবলৈ গ'লত তেওঁ বাধা দিলে। —'নুতুলিব, নুতুলিব মোক।' ভেবা লাগি বীৰবলে চাই থাকিল— মানুহজনে কয় কি !

'তোমাক তুলিব নালাগে কিয় ?'

'নহয়, মই কৈছোঁ মোৰ হাতত ধৰি নুতুলিব— চুলিত ধৰি তোলক ডাঙৰীয়া।'

সেইমতে বীৰবলে মানুহজনৰ চুলিত খামোছমাৰি ধৰি টানি তুলিলে। তেতিয়াও পিছে সি নিজৰ হাতদুখন দুফালে মেলিয়েই আছে।

'তুমিনো হাতদুখন কেলেই এনেকৈ মেলি থৈছা ?'

'অ', সেইটোৰেইতো কথা। আচলতে আজি ৰাতিপুৱা মই এজন কাঠমিস্ত্ৰীৰ ওচৰলৈ গৈছিলোঁ আলমাৰি এটা সাজিবলৈ দিবলৈ।

মিস্ত্ৰীজনক কথাটো কোৱাত তেওঁ মোৰপৰা আলমাৰিটোৰ জোখ বিচাৰিলে; মই আলমাৰিটোৰ কোনো জোখেই দিব নোৱাৰিলোঁ। আচলতে জোখ-মাখ সম্বন্ধে মই বিশেষ একো নাজানোৱেই। সেয়ে মিস্ত্ৰীৰ কথামতে ঘৰত থকা পুৰণা ভঙা আলমাৰিটোৰ জোখকে দিম বুলি তেতিয়া গুচি আহিলোঁ ...।'

'এতিয়া তুমি ক'ৰপৰা আহি আছিলা ?'

'তাকেই ক'ব বিচাৰিছোঁ ডাঙৰীয়া। ঘৰলৈ আহি পুৰণা আল-মাৰিটোৰ জোখ ল'লোঁ— হয়, হাতদুখন মেলিয়েই ল'লোঁ অৰ্থাৎ মোৰ হাতদুখন মেলিলে যিটো জোখ হয় আলমাৰিটোৰ জোখো সেইটোৱেই। সেয়েহে মই নলাত পৰোতেও হাতদুখন দুফালে মেলি-য়েই আছিলোঁ; জানোচা হাতদুখন কোঁচালেই জোঁখটোৰ কিবা গোল-মাল হৈ যায়! সেই কাৰণেহে আপোনাক মই হাতত নধৰি চুলিত ধৰিবলৈ কৈছিলোঁ।'

বীৰবলৰ ওঁঠৰ ওপৰেৰে এটা বিচিত্ৰ হাঁহি বাগৰি গ'ল। এইজন মানুহৰো নাম-ঠিকনা তেওঁ লিখি ল'লে। তেওঁৰ আৰু জিৰোৱা নহ'ল।

'জিৰণি লোৱা যেতিয়া নহ'লেই নৈৰ পাৰে পাৰে পাক এটাকে মাৰি আহোঁ' বুলি তেওঁ নৈৰ পাৰ পালেগৈ। তালৈ গৈ দেখিলে এজন মানুহে পাৰৰ বালিত কিবা বিচাৰি আছে। ইমান একান্তমনে তেওঁ বিচৰাত লাগিছে যে বীৰবল আহি তেনেই ওচৰ পাওঁতেও মানুহজনে গমকে নাপালে।

'তুমিনো ইয়াত কি বিচাৰি আছা ?'

'মই হীৰাৰ আঙঠি এটা ইয়াতে থৈ গা ধুবলৈ পানীত নামি-ছিলোঁ। এতিয়া গা ধুই আহি চাওঁ আঙঠিটো ইয়াত নাই। সেয়ে কলৈনো গ'ল তাকে বিচাৰিছোঁ।'

মানুহজনৰ কথা শুনি বীৰবল বৰ আচৰিত হ'ল— 'নৈৰ পাৰৰ বালিত নো কোনোবাই হীৰাৰ আঙঠি থৈ গা ধুবলৈ নামে নে? আৰু যদি সচাঁকৈয়ে তেনেকৈ থ'বলগীয়া হয় তেন্তে কিবা এটা চিন দি থ'ব লাগিছিল সেই ঠাইত।'

'চিন আছিল ডাঙৰীয়া।' —বৰ গৌৰবেৰে মানুহজনে ক'লে— 'চিন নৰখাকৈ আকৌ এনেয়ে কেলেই ৰাখিম ?'

'কি চিন দি থৈছিলা ?'





মই যেতিয়া আঙঠিটো থওঁ, তেতিয়া সেই ঠাইখিনিৰ ওপৰত এচপৰা বগা ডাৱৰ আছিল, কিন্তু এতিয়া সেই ডাৱৰ চপৰা……'

'মই যেতিয়া আঙঠিটো থওঁ তেতিয়া সেই ঠাইখিনিৰ ওপৰত এচপৰা বগা ডাৱৰ আছিল; কিন্তু এতিয়া সেই ডাৱৰ চপৰা আৰু তাত নাই। সেয়েহে ...।'

সিদিনা ৰাতিপুৱাৰেপৰা বীৰবলে ইমান আচৰিত আচৰিত ঘটনাৰ সম্মুখীন হৈ আছিল যে শেষলৈ তেওঁ আৰু আচৰিত হ'বলৈকে এৰি দিছিল, নহ'লে আচৰিত হ'ব লগা কথাই। মানুহজনৰ নাম ঠিকনা তেওঁ লিখি ল'লে।

লাহে লাহে বেলিও লহিয়াবলৈ ধৰিছিল। বীৰবলে সিদিনালৈ মূৰ্খ বিচৰা সিমানতে সমাপ্ত কৰি ঘৰলৈ খোজ ল'লে।

সন্ধিয়া হ'ল। বীৰবলে দূত এজন পঠিয়াই চাৰিও মূৰ্খকে মাতি পঠিয়ালে। আটাইকেইজন আহিলত তাহাঁতক লৈ তেওঁ তেতিয়াই আকবৰৰ ওচৰ পালেগৈ। তাৰপিছত এজন এজনকৈ আটাইকেজনকে বাদছাহৰ সৈতে চিনাকী কৰাই দি তেওঁলোকৰ কাৰ সৈতে কি কথা-বতৰা হৈছিল আৰু কি অৱস্থাত কেনেকৈ তেওঁলোকক লগ পালে সকলো কথা আঁতি-গুৰি মাৰি বাদছাহৰ আগত ক'লে।

সকলো শুনি বাদছাহে মাত লগালে— 'কিন্তু তুমি ছজন মূৰ্খ অনাৰ কথা আছিল, চাৰিজনহে আনিলা দেখোন ? বাকী দুজন ক'তা ?'



'জাহাপনা, পঞ্চম মূৰ্খ হৈছোঁ মই নিজে। কিয়নো মোৰ নিচিনা মহামূৰ্খইহে নিজৰ মূল্যবান সময় অপচয় কৰি......'

'জাহাপনা, পঞ্চম মূৰ্খ হৈছোঁ মই নিজে। কিয়নো মোৰ নিচিনা মহামূৰ্খইহে নিজৰ মূল্যবান সময় অপচয় কৰি সেই ৰাতিপুৱাৰেপৰা এই সন্ধিয়ালৈকে মূৰ্খৰ পিছে পিছে ঘূৰি ফুৰে।'

বাদছাহ কিছুসময় মনে মনে ৰ'ল। —'হুঁ বুজিলোঁ বাৰু। কিন্তু ষষ্ঠ মূৰ্খজনৰ বিষয়ে একোকে নক'লা দেখোন ?'

'মাননীয় বাদছাহ, বন্দীৰ গোস্তাকি মাফ কৰিব। ষষ্ঠজন মূৰ্খ হৈছে জাঁহাপনা নিজে। কাৰণ আপুনিয়ে মোক দিনৰ দিনটো মূৰ্খৰ পিছত ঘূৰালে।'

বাদছাহেও বুজিলে তেওঁৰ ভুল ক'ত হৈছে, বীৰবলক একোকে নকৈ তেওঁ সকলোকে বিদায় দিলে।

আৰব

# যেনে কুকুৰ তেনে টাঙোন

বহুদিন আগৰ কথা। বাগ্‌দাদ্ চহৰত চেলিম নামেৰে এজন নাপিত আছিল। মানুহজনৰ দুষ্টবুদ্ধিৰ আগত আটায়ে সদায় সেও মানি চলিবলগীয়া হৈছিল। যিমান মানুহ তেওঁৰ ওচৰলৈ আহে সকলোকে কিবা নহয় কিবা উপায়েৰে সি নগুৰ-নাগতি কৰে। নোমটেঙৰ চেলিমলৈ সেয়ে এলাপেচা মানুহে ভয়েই কৰে ; সাধাৰণ মানুহে তাৰ কাষ নচপা হ'ল। অহকাণে পহকাণে কথা গৈ ৰজাৰ কাণত পৰিল। চেলিমৰ দুষ্টবুদ্ধিৰ কথা শুনি কেতিয়াবা তাক ভালকৈ এশিকনি দিবলৈ ৰজায়ো মনে মনে পাঙি থ'লে।

এদিন ভৰ দুপৰীয়া। এজন খৰিকটীয়াই হাবিৰপৰা বহু কষ্টৰে শুকান কাঠখৰি কাটি আনি বজাৰত বেচিবলৈ লৈ গৈ আছিল। সেই খৰি বেচিয়েই সি চাউল-ডাইল, নিমখ-তেল কিনি আনিব, ঘৰত অনাহাৰে থকা পত্নী আৰু ল'ৰা-ছোৱালীক খুৱাব। পিছে সিদিনা তাৰ কপাল বেয়া আছিল। বজাৰলৈ অহা-যোৱা কৰা বাটটো আকৌ চেলিমৰ ঘৰৰ আগেৰে গৈছে। চেলিমে খিৰিকী-মুখত বহি বজাৰলৈ যোৱা মানুহবোৰৰ অলেখলেখ চাই আছিল ; লগতে কাক কেনেকৈ ঠগিব পাৰি তাকো মনে মনে পাঙি আছিল। সহজ-সৰল খৰিকটীয়াজনে গাধৰ পিঠিত খৰিবোৰ বোজা বান্ধি দি বজাৰলৈ নিবলৈ ধৰা দেখি চেলিমে ভাবিলে— 'আজিহে আজি ! এই খৰিকটীয়াক আজি ঠগিব লাগিব।'

সি হাতবাউল দি তাক ওচৰলৈ মাতিলে। খৰিকটীয়াজন কাষ চাপি আহিল।

'গাধৰ পিঠিত থকা আটাইবোৰ কাঠৰ দাম কিমান ?'

'পাঁচ টকা, দেউতা।'

'ঠিক আছে, নমাই দিয়া।'

খৰিকটীয়াই পেটে পেটে ভালকে পালে। বজাৰলৈ তেতিয়াও



'আজিহে আজি! এই খৰিকটীয়াক আজি ঠগিব লাগিব।'

ধহুখিনি বাট আছিল। তালৈকে যাব নলগাকৈয়ে তাৰ আটাইখিনি খৰি বেচা গ'ল। দামো ভালেই পালে।

সি আনন্দ মনেৰে আটাইখিনি খৰি নমাই দিলে। তাৰপিছত গাধৰ পিঠিত থকা জিন্‌খন জাৰি-জোকাৰি চাফচিকুণ কৰি ল'লে। টকাখিনি পালেই সি যাবগৈ পাৰে এতিয়া। এইবাৰ হাতত টকা পাঁচোটা লৈ চেলিম ওলাই আহিল!

'দেউতা মোক দামখিনি দি দিয়ক, যাওঁগৈ।'

'কিনো কোৱাহে? আটাইখিনি কাঠ দেখোন নমোৱাই নাই!'

'আটাইখিনিয়েইচোন নমাইছোঁ দেউতা। এয়া চাওক গাধৰ পিঠিত আৰু একো নাই।'

'মিছলীয়া ক'ৰবাৰ! গাধৰ পিঠিত সৌখন জিন কাঠৰ নহয় জানো?'

খৰিকটীয়া আচৰিত হ'ল। —'জিনখন? জিনখনতো বেচিবলৈ অনা নাই দেউতা!'

'কেলেই? গাধৰ পিঠিত থকা আটাইখিনি কাঠৰ বাবেহে তোমাৰ লগত বন্দোৱস্ত কৰা হৈছিল।'



'হয়, সেয়া কাঠখৰিহে আছিল। কাঠখৰিচোন আটাইখিনি দিলোঁৱেই।'

'হেৰা, দিন দুপৰতেনো ইমান মিছা কথা কেনেকৈ কোৱাহে? কাঠখৰি বুলি জানো মই কৈছিলোঁ? গাধৰ পিঠিত থকা আটাই-খিনি কাঠ বুলিহে কোৱা হৈছিল?'

খৰিকটীয়াই সেমেনা সেমেনি কৰিলে। দৰাচলতে চেলিমৰ কথাৰ পাক বেচেৰাই বুজি পোৱা নাছিল। তদুপৰি জিনখনলৈ যে গ্ৰাহকৰ চকু যাব সেয়াও সাধাৰণতে ভবা নাযায়।

চেলিমে খং কৰিলে— 'হেৰা, তুমি দেখিছোঁ ৰব দগাবাজ বেপা-ৰীহে। যিমানখিনি বস্তুৰ দাম ল'বলৈ বিচাৰিছা সিমানখিনি বস্তু দিবলৈ মান্তি হোৱা নাই! যোৱা তুমি মোৰপৰা ফুটাকড়ি এটাও নোপোৱা। এতিয়াই ইয়াৰপৰা আঁতৰি যোৱা।' দাবি হুমকি দি খৰিবোৰ ৰাখি থৈ সি খৰিকটীয়াক খেদি দিলে। বেচেৰা দুখীয়া খৰিকটীয়াজনে মন মাৰি গুচি গ'ল। ঘৰত আজি সকলোৱে লঘোনে থাকিব লাগিব, বাটেৰে গৈ থাকোঁতে তাকে ভাবি তাৰ চকুপানী ওলাল।

ভাবি-গুনি গৈ থাকোঁতে সি থিৰ কৰিলে, সি ইমান পৰিশ্ৰম কৰি পৰিয়ালটো পোহপাল দিবলৈকে হাবিৰপৰা লুৰি অনা খৰি-খিনি চেলিমে দাবি-হুমকি দি বিনাপইচাই ৰাখি থ'বনে! এই কথাই কথা নহয়, ৰজাৰ আগত গোচৰ দিব লাগিব। সি ৰজাৰ ওচৰত গোচৰ দিলেগৈ। ৰজায়ো চেলিমক মতাই আনিলে।



'হেৰা, দিন-দুপৰতে নো ইমান মিছা কথা কেনেকৈ কোৱাহে?'



'হেৰা খৰিকটীয়া, চেলিমে ঠিকেই কৈছে। তুমি যদি জিনখন বেচিব খোজা নাছিলা '

চেলিমক আগৰপৰা শুৱিলৈকে সকলোখিনি ক'বলৈ কোৱাত সিও আগৰদৰেই 'গাধৰ পিঠিত থকা সকলোখিনি কাঠৰ' বিষয়ে বন্দোবস্ত কৰাৰ কথা ক'লে।

তাকে শুনি ৰজাই মাত লগালে— 'হেৰা খৰিকটীয়া, চেলিমে ঠিকেই কৈছে। তুমি যদি জিনখন বেচিব খোজা নাছিলা তেন্তে সেইকথা আগতে ক'ব লাগিছিল।' ৰজাৰ বিচাৰ শুনি খৰিকটীয়াৰ মুখখন ক্ৰেহেৰাজ বটা যেন হ'ল। চেলিমে ঢেকুচেকাই হাঁহি হাঁহি গুচি গ'ল।

চেলিম যোৱাৰ পাচত ৰজাই পুনৰ খৰিকটীয়াক মাতিলে। তাৰপিছত তাক ফুচফুচাই কিবাকিবি ক'লে। এইবাৰ হ'লে তাৰ মুখত হাঁহি বিৰিঙিল।

দুদিনমানৰ পিছৰ কথা। সিদিনাও চেলিমে খিড়িকীৰ কাষত বহি বাটলৈ চাই আছিল। খৰিকটীয়া সোমাই আহিল।

'ডাড়ি চুলিবোৰ কটাবলৈ আহিলোঁ। আচলতে এই গোটেই ৰাজ্যতে আপোনাতকৈ ভালকৈ কাটিব জনা মানুহ জানো আৰু আছে? সেয়ে মোৰ সংগী এজনকো লৈ আহিছোঁ, বোলোঁ দুয়ো একেলগে চাফ-চিকুণ হৈ যাওঁ। মই পিছে ডাড়ি-চুলি অকণমান চুটিহে কৰিম।



মোৰ কামখিনি আগতে শেষ কৰি দিয়ক। তেওঁ আহি পালে তেওঁৰখিনি কৰিব।'

নাপিতে পেটে পেটে আচৰিত হ'ল। সিদিনা মাথোঁ দুয়োৰে ইমানকৈ খকা-খুন্দা লাগিছিল, আজিয়ে আকৌ উপযাচি আহি খৰিকটীয়াই মাত লগাইছে। কেৱল মাত লগোৱাই নহয়, তাক প্ৰশংসাও কৰিছে! টেঙৰ চেলিমে ভাবিলে বোলে ৰজাৰপৰা এসেকা পাই 'মই যে এলা-পেচা মানুহ নহওঁ সি সেই কথা হাড়ে-হিমজুৰে বুজি পালে হ'বলা'। যি হওক সি মান্তি হ'ল।

'পিছে পইছা? পইছা আনিছা জানো?'

'আনিছোঁ দুজনৰ বাবেই, লৈ লওক। কিমান লাগিব?'

'দুজনৰ বাবে দুটকা।'

খৰিকটীয়াই কঁকালৰপৰা খোচোনা খুলি আথে-বেথে টকা দুটা উলিয়াই দিলে। চেলিমে আটাইখিনি যা-যোগাৰ কৰি ডাড়ি কমাবলৈ বহিল। লাহে লাহে তাৰ কাম শেষ হ'ল।

'তোমাৰ সংগীজনচোন এতিয়াও নোলালহি?'

'এৰা বাহিৰতে ৰৈ থাকিব পায়! তেওঁ আকৌ অলপ লাজকুৰীয়া। মই চাই আহিছোঁ বাৰু।'

খন্তেক পিছতে সংগীজনক লৈ খৰিকটীয়া সোমাই আহিল।



'আপোনাৰ লগত মোৰ সংগীজনৰ বিষয়েহে বন্দোবস্ত হৈছিল। গাধ বা মানুহৰ বিষয়ে কোৱা নাছিল নহয়।'

—'এওঁৰ কথাকে আপোনাক কৈছিলোঁ। দিয়ক সোনকালে দাড়ি-চুলিবোৰ চুটি কৰি।'

'এওঁৰ কথাকে কৈছিলা? এওঁ জানো তোমাৰ সংগী? এটা গাধহে দেখোন?'

'এৰা এৱেঁই মোৰ সংগী। দিয়ক, সোনকাল কৰক।'

'মই গাধৰ চুলি কাটিব নোৱাৰোঁ দেই। কি বুলি ভাবিছা তুমি মোক? মোৰ মান-সম্মান নাই নেকি?'

'আপোনাৰ লগত মোৰ 'সংগী'জনৰ বিষয়েহে বন্দোবস্ত হৈছিল। গাধ বা মানুহৰ বিষয়ে হোৱা নাছিল নহয়? মোৰ 'সংগী'ক লৈ আনিছোঁ। এতিয়া সহজ-সৰল কথা, হয় তেওঁৰ চুলি কাটি দিয়ক, নহ'লে মই ৰজাক গোচৰ দিমগৈ।'

চেলিমে পিছে কোনোপধ্যেই মান্তি নহ'ল। দুয়ো গৈ ৰজাৰ ওচৰ পালেগৈ। সকলো শুনি ৰজাই মোছৰ তলতে হাঁহি এটা মাৰিলে।

'হেৰা চেলিম, তোমাৰ কি ক'বলগীয়া আছে ক'ব পাৰা।' —ৰজাই ক'লে।

'মহাৰাজ, গাধ জানো মানুহৰ সংগী হ'ব পাৰে?'

'তুমি বন্দোবস্ত কৰোতে 'সংগী'জনৰ চুলি কাটিবলৈ সম্মতি দিছিলা। সংগীজন গাধ হ'লে চুলি নাকাটোঁ বুলি কৈছিলা জানো?'

চেলিমে ওঁঠচেলেকি সেমেনা-সেমেনি কৰিবলৈ ধৰিলে। পাত্ৰ-মিত্ৰ সভাসদ আটায়ে চেলিমে ভালদৰে এসেকা পোৱা দেখি হাঁহিবলৈ ধৰিলে। উপায় নাপাই চেলিমেও মুখেৰে এষাৰো নমতাকৈ গাধৰ চুলি কাটিবলৈ ধৰিলে।

বাংলাদেশ

# বুধিয়ক ৰজাৰ বুধিয়ক মন্ত্ৰী

এসময়ত এজন বৰ বুধিয়ক ৰজা আছিল। ৰজা যেনে বুধিয়ক, মন্ত্ৰীও তেনে। তেওঁলোক নিজৰ বুদ্ধি সম্পৰ্কেও বৰ সচেতন। পৰাপক্ষত কাৰো লগত তেওঁলোকে বেচিকৈ কথা নাপাতে। কথা পাতি থাকিলে মগজুৰপৰা বুদ্ধিবোৰ ওলাই যায় যদি, সৰ্বনাশ হ'ব দেখোন।

এদিন ৰজা বৰ চিন্তান্বিত হৈ বহি আছে। মন্ত্ৰী আহিল। মন্ত্ৰীক দেখি ৰজাই ক'লে— 'মন্ত্ৰী, বৰ ডাঙৰ কথা হ'ল, বৰ ডাঙৰ কথা হ'ল।'

ৰজাই যেতিয়া ডাঙৰ কথা হোৱা বুলি ক'লেই, মন্ত্ৰীয়ে শলাগি নথ'লে আকৌ ৰজাই তেওঁক ভোটা বুদ্ধিৰ মানুহ বুলি ভাবিব পাৰে। গতিকে অকণো পলম নকৰি তেওঁ চিঞৰি চিঞৰি ক'বলৈ ধৰিলে— 'হয় মহাৰাজ, সঁচাই বৰ ডাঙৰ কথা হ'ল, বৰ ডাঙৰ কথা হ'ল।'

পাত্ৰ-মিত্ৰ সভাসদ সকলোৱে ৰজা-মন্ত্ৰীয়ে তেওঁলোকক কম বুদ্ধিৰ মানুহ বুলি ভাবে বুলিয়ে ডাঙৰ ডাঙৰকৈ একে সুৰে চিঞৰিবলৈ ধৰিলে— 'হয় মহাৰাজ, ডাঙৰ কথা হ'ল, বৰ ডাঙৰ কথা হ'ল।'

ৰজাই পুনৰ মন্ত্ৰীক সুধিলে— 'কি ডাঙৰ কথা মন্ত্ৰী, কথাষাৰ নো আচলতে কি আছিল?'

মন্ত্ৰী মহা বিপদত পৰিল। তেওঁ মূৰ খজুৱালে, কাণ টানিলে, নাক টানিলে; কিন্তু ইমান খজুৱাই টনাটনি কৰিও কথাষাৰ নো কি আছিল তেওঁ উলিয়াব নোৱাৰিলে। কথাষাৰ নো কি আছিল!

ৰজা এইবাৰ কন্দনামুৱা হ'ল 'মন্ত্ৰী এই যে আমাৰ কাণত ফুটা আছে, নাকতো দুটাকৈ ফুটা আছে, মুখখনো মেলিবলগীয়া হয়, এইবিলাকেৰে আমাৰ বুদ্ধিবোৰ মগজুৰপৰা বাহিৰলৈ ওলাই যায়। এনেকৈ সকলো প্ৰজাৰে যদি বুদ্ধিবোৰ ওলাই গৈ ৰাজ্য পাৰ হৈ বিদেশলৈ যায়গৈ আমাৰচোন বুদ্ধিয়েই নাইকিয়া হৈ যাব। এটা

কাম কৰিব লাগে বুজিছা, আজিয়েই ৰাজ্যত আদেশ জাৰি কৰি দিয়া— সকলো প্ৰজাই নাক আৰু কাণত কপাহৰ সোপা দি থব লাগিব, যাতে আমাৰ ৰাজ্যৰপৰা অকণো বুদ্ধি বিদেশলৈ ওলাই যাব নোৱাৰে। তাতোকৈ ডাঙৰ কথা— খাওঁতে, কথা পাতোঁতে আমি মুখ মেলিবলগীয়া হয়— তেতিয়াও সেইটো সুৰুঙাৰে বুদ্ধিবোৰ বাহিৰলৈ ওলাই যাব পাৰে; গতিকে ৰাজ্যৰ চাৰিওফালে ওখ দেৱাল সাজি দিয়া হওক, যাতে অকণো বুদ্ধি কেনিও ওলাই যাব নোৱাৰে।'

মন্ত্ৰীয়ে ৰজাৰ বুদ্ধিক বাঃ বাঃ দিলে। ইমান বুদ্ধি নাথাকিলে কেনেকৈ ইমান ডাঙৰ সমস্যাবোৰ সমাধান কৰিব! কেনেকৈ ৰাজ্য চলাব! লগে লগে মন্ত্ৰীৰ আদেশত কপাহ লৈ প্ৰজাৰ ঘৰে ঘৰে মানুহ গ'ল, ৰাজ্যৰ সীমালৈকো খবৰ গ'ল দেৱাল সাজিবৰ বাবে। ইমান জটিল সমস্যা সমাধান কৰোতে বহুত বুদ্ধি খৰচ হৈ গ'ল; ৰজাৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে।

এদিন ৰজা আৰু মন্ত্ৰী দুয়ো বহি তেওঁলোকৰ বুদ্ধিৰ ভঁৰাল মেলি লৈছে। দুয়ো নতুন নতুন বুদ্ধি পাগুলি ইজনে আনজনক শলাগি আছে— এনেতে সেইপিনে গাহৰি এটা দৌৰি গ'ল। ৰজাৰ মূৰত লগে লগে বিজুলী চমকাদি নতুন বুদ্ধি খেলাই গ'ল। 'মন্ত্ৰী চোৱাচোন চোৱা— সেইটো মোৰ হাতীটো নহয় নে? ই কেনেকৈ ইমান সৰু



ৰাজ্যৰ চাৰিফালে ওখ দেৱাল সাজি দিয়া হওক, যাতে অকণো বুদ্ধি কেনিও ওলাই যাব নোৱাৰে।



হ'ল? আয়ৈ দেহি বেচেৰা! কি হাতী আছিলি কি হাতী হলি; খাবলৈ নেপাই হাতী তই শুকাই খীনাই গলি!' ৰজাই বিলাপ কৰি কৰি ক'বলৈ ধৰিলে।

মন্ত্ৰীৰ খং উঠিল— 'মহাৰাজ এয়া নিশ্চয় ফান্দী বিলাকৰে বদমাছি! হাতীটোক ভালকৈ খাবলৈ নিদিয়াৰ বাবেহে সি এইদৰে শুকাই খীনাই গৈছে! মাউতবোৰে ৰাজভঁৰালৰ পৰা হাতীৰ বাবে খোৱাবস্তু নি নিজেই খাই থয়। এইবোৰৰ উচিত বিচাৰ হ'ব লাগে মহাৰাজ। নহলে ৰাজ্য যায় এতিয়া।'

'হয়নে? এই মাউত ফান্দীবোৰক ভালদৰে শাস্তি দিব লাগে।'

'হয় হয় মহাৰাজ—' মন্ত্ৰীয়ে প্ৰবল ভাবে মূৰ জোকাৰি জোকাৰি শলাগিলে 'ইমান অন্যায়! ইমান অবিচাৰ! এই মাউতবোৰক এতিয়াই ধৰি আনি শূলত দিব লাগে।'

আদেশ মতে কাম। ৰাজৰ সকলো মাউতকে ধৰি আনি লগে লগে শূলত দিয়া হ'ল। কি অপৰাধত নো এইদৰে মৰিবলগীয়া হ'ল। বেচেৰাহঁতে গমকে নাপালে। দুয়ো ৰজা-মন্ত্ৰীৰ বুদ্ধিত সেইবাৰলৈ ৰাজ্য ৰক্ষা পৰিল।

অইন এদিনাখন।

ৰজা আৰু মন্ত্ৰীৰ আগেৰে সেইদিনাও গাহৰি এটা দৌৰি



'ই কি কথা মন্ত্ৰী? মোৰ হাতীটো চোন এতিয়াও ইমান সৰু হৈ আছে!'

গ'ল। 'ই কি কথা মন্ত্ৰী? মোৰ হাতীটো চোন এতিয়াও সৰু হৈ আছে!'

মন্ত্ৰীয়েও একো ভাবি উলিয়াব নোৱাৰি মূৰ খজুৱাবলৈ ধৰিলে। ঘপহ কৰে তেওঁৰ মূৰত এটা বুদ্ধি খেলালে 'এইটো আপোনাৰ হাতীটো নহয় মহাৰাজ, কাৰণ ইয়াৰ শূৰ নাই।'

তেন্তে! ৰজা মহা চিন্তাত পৰিল, তেওঁৰ হাত-ভৰি চেঁচা হ'ল— গাৰ নোম ডাল ডাল হ'ল।

আকৌ মন্ত্ৰীয়ে ভাবি চিন্তি সমস্যা সমাধান কৰিলে— 'এইটো আচলতে ৰাজভঁৰালৰ নিগনিহে। ইহঁতে এই ভঁৰালৰখীয়াবোৰে ভালদৰে পহৰা নিদিয়ে মহাৰাজ, সেয়েহে এই কেলেহুৱা নিগনিবোৰে ৰাজভঁৰাল তহিলং কৰি খাই বৈ নোদোকাটো হ'ব পাৰিছে। ৰাজ-ভঁৰাল ৰখীয়াবোৰ বৰ এলেহুৱা মহাৰাজ। তাহাঁতক এই মুহূৰ্তত শূলত দিব লাগে।

ৰাজভঁৰালৰ আটাইবোৰ ৰখীয়াকে লগে লগে ধৰি-বান্ধি লৈ অহা হ'ল। সকলোকে শূলত দিয়াতহে কথমপি সেইবাৰলৈ ৰক্ষা পৰিল।

কিছুদিন কোনো আপদ বিপদ নোহোৱাকৈ গ'ল। ৰজা-মন্ত্ৰী দুয়ো ওৰে দিনটো শোৱে আৰু গোটেই নিশা সাৰে থাকি নতুন বুদ্ধি উলিয়ায়।

এদিন হঠাতে বৰ ডাঙৰ ঘটনা এটা মন্ত্ৰীৰ চকুত পৰিল। তেওঁ ফোঁপাই জোপাই লৰি ৰজাৰ ওচৰ পালেগৈ।

'মহাৰাজ, ৰাজ্যত যে দিনে দিনে মাছ কমি যাব ধৰিছে আপুনি মন কৰিছে নে?

ৰজাই কথাষাৰ টং কৰি চালে, মন্ত্ৰীক যদি কোৱা যায় মাছ কমি যোৱা কথাটো মন কৰা নাই তেন্তে মন্ত্ৰীয়ে তেওঁক কম বুদ্ধিৰ মানুহ বুলি ভাবিব। এনে কথা কোনোমতে হ'ব দিব নোৱাৰি। গতিকে দুগুণ বেগেৰে মূৰ জোকাৰি তেওঁ শলাগিলে 'এৰা এৰা আজি কিছুদিনৰ পৰাই মই মন কৰিছোঁ ৰাজ্যত মাছ নাইকিয়া হ'ব ধৰিছে— মই ক'ম ক'ম বুলিহে ভাবি আছিলোঁ!

'সেয়া মহাৰাজ, সেয়া— কথাটো হ'ল— মন কৰক— ৰজাৰ পুখুৰীৰ মাছ যদি বাটৰ বাটৰুৱাই সিদ্ধি খান্দি লৈ যায় ৰাজ্যত ক'ৰ পৰা মাছ থাকিব?

'বাটৰ বাটৰুৱাই? ইমান সাহ? এনেকৈ কেনেকৈ ৰাজ্য ৰক্ষা হব? মন্ত্ৰী??



'মই এতিয়াই হাতে লোটে ধৰা পেলাই দিব পাৰোঁ মহাৰাজ। আহক, মই দেখুৱাওঁ কিমান অন্যায় কিমান অনাচাৰ চলিছে দেশত।' ৰজাক লৈ মন্ত্ৰী পুখুৰীৰ পাৰ পালেগৈ। তাতে কৰবাৰপৰা অহা বাটৰুৱা কেইজনমানে চৌকা পাতিবলৈ গাঁত খান্দিব ধৰিছিল। দিনৰ দিনটো বাটকুৰি বাই বহু দূৰৈৰ পৰা আহিছিল তেওঁলোক। তাতে ৰান্ধি বাঢ়ি খাই জিৰাই শতাই পুনৰ যাত্ৰা কৰিব বুলি ভাবিছিল। মন্ত্ৰীয়ে ৰজাক দেখুৱালে 'চাওক মহাৰাজ, ইফালে এজনে সিদ্ধি খান্দি আছে আন এজনে সৌৱা সৌফালে জুই জ্বলাইছে। জুইৰ তাপত পুখুৰীৰ পানী শুকাই যাব, তেতিয়া সিদ্ধি খান্দি মাছবোৰ চুৰ কৰিব...।'

ৰজাই দেখিলে সমস্যা সঁচাকৈয়ে জটিল। ইফালে ইমান ডাঙৰ সমস্যা চকুৰ আগত সৃষ্টি হোৱাত মন্ত্ৰীবো মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। তেওঁ কঁপি কঁপি ধুপুচকৰে পুখুৰীৰ পাৰৰ বোকা-মাটিতে বহি পৰিল। মন্ত্ৰীৰ অৱস্থা দেখি ৰজাৰো গাটো অসুখ অসুখ লাগিবলৈ ধৰিলে। ততালিকে তেওঁ আটাইবোৰ বাটৰুৱাৰে শিৰচ্ছেদ কৰিবলৈ আদেশ দি ৰাজকাৰেঙলৈ উভতি আহি সেঁহাই সেঁহাই শেতে-লীত পৰিল। বেচেৰা নিৰপৰাধী বাটৰুৱাকেইজনৰ শিৰচ্ছেদ হ'ল। মৰাৰ আগমুহূৰ্তলৈকে তেওঁলোকে বুজি নাপালে কি কাৰণেনো তেওঁ-লোকে এনে কঠোৰ শাস্তি পাবলগীয়া হ'ল।

ৰাজ্যৰ চাৰিওফালে দেৱাল সজা কাম কেতিয়াবাই শেষ হ'ল। এইবাৰ আৰু ৰাজ্যৰ কাৰো বুদ্ধিয়ে বাহিৰলৈ ওলাই যাব নোৱাৰে। দুয়ো ৰজা-মন্ত্ৰীয়ে ইজনে-সিজনৰ বুদ্ধিক শলাগি মোছ পকাই পকাই হাঁহিবলৈ ধৰিলে।

এদিন সেই দেৱাল বগাই এজন সন্ন্যাসী আৰু তেওঁৰ এজন লগুৱা ৰাজ্যৰ ভিতৰলৈ সোমাই আহিল! সন্ন্যাসী অহা কাৰণে ৰজাৰ চন্তৰীসকলেও বিশেষ হকা-বধা নকৰিলে। দুয়ো আহি গছ এজোপাৰ তলতে বহিল। সন্ন্যাসীৰ কঁকালৰ খোঁচনাৰপৰা দুটা পইচা উলিয়াই লগুৱাৰ হাতত দি ক'লে— 'তই বজাৰলৈ যা, মোলৈ এপইচাৰ মিছিৰি আৰু তোলৈ এপইছাৰ মুৰি আনিবি।'

লগুৱাটোৰ পেটে পেটে বৰ খং উঠিল— 'ইঃ! এওঁ নিজৰ বাবে মোৰ পিঠিত কল আৰু চিৰাৰ বোজা বান্ধি আনিছেই, এতিয়া মিছিৰিৰ সৈতে জুতি লগাই লগাই খাব, মোৰ বাবে হ'লে মুৰি সোপাহে! মুৰিৰ লগত খাবলৈ নিজৰ ভাগৰপৰা কল, মিছিৰি একো এটাকে যে নাযাচে সেয়াও তো খাটাঙেই।' —খঙত পেটে পেটে গোৰ্গোৰাই

থাকিলেও সি মুখেৰে হ'লে একো এটাকে নামাতি বজাবলৈ গ'ল।

বজাৰ পোৱাৰ পিছত তাৰ খং-ৰাগ হ'লে থিতাতে নাইকিয়া হ'ল। বয়-বস্তুবোৰৰ দামবোৰ দেখি তাৰ মনটো আনন্দেৰে ভৰি পৰিল। সকলো বস্তুৰেই তাত বৰ সস্তা। সি এপইছাৰে এবস্তা মুৰি আৰু এপইচাৰে ডাঙৰ মোনাত এমোনা মিছিৰি লৈ সন্ন্যাসীৰ ওচৰ পালেহি।

'গুৰুদেৱ, এই ৰাজ্যতহে প্ৰকৃত ন্যায় বিৰাজ কৰিছে'। সি আনন্দত উন্নাৱল হৈ ক'বলৈ ধৰিলে— 'ইয়াত সকলো বস্তুৰে একে-টাই দাম। পাঁচ সেৰ মুৰিৰ দাম আৰু পাঁচসেৰ মিছিৰিৰ দাম একে— এপইছা মুঠেই, পাঁচসেৰ ঘিঁউৰ দাম এপইছা, পাঁচসেৰ মৌৰ দাম এপইছা আৰু পাঁচসেৰ মিঠাতেলৰ দামো এপইছা ; পাঁচসেৰ চাউ-লৰ দাম যিদৰে এপইছা, পাঁচসেৰ দাইলৰ দামো এপইছা— মুঠতে এই ৰাজ্যৰ ৰজাই হেনো সকলো বস্তুৰে দাম পাঁচসেৰত এপইছা বুলি বান্ধি দিছে। এইবাৰহে আমি আচল স্বৰ্গৰাজ্য পালোঁ, আমি ইয়াতে থাকিবলৈ লোৱাই ভাল হ'ব। ইয়াত থাকিলে কম পইছাতে হেপাহ পলুৱাই সদায় ভালৰো ভাল বস্তু খাই থাকিব পাৰিম।'

গুৰুৱে সকলো শুনি গহীন হৈ অলপ সময় মনে মনে কিবা ভাবিলে— 'তই ভালদৰে মন কৰিছনে যে ইয়াত সকলো বস্তুৰে দাম এপইছা ? মুৰি আৰু মিছিৰিৰ, তেল আৰু ঘিঁউৰ দাম একেই ?'

'হয় গুৰুদেৱ, মই নিজ চকুৰে চাই নিজ কাণেৰে শুনি আহিলোঁ। কেৱল সেয়ে নহয়, মই জানো এপইছাৰে পাঁচসেৰ মুৰি আৰু পাঁচসেৰ মিছিৰি কিনি অনা নাই ? গতিকে ইয়াত যে সকলো বস্তুৰে একে দাম তাত কোনো সন্দেহ নাই। আমি ইয়াতে থাকিম গুৰুদেৱ।'

'কথাষাৰ ভালকৈ হোৱা নাই বুজিছ ! যি ৰাজ্যত সকলো বস্তুৰে দাম সমান সেয়া মূৰ্খৰ ৰাজ্য। ইহঁতে ভাল-বেয়াৰ গুণাগুণ বুজি নাপায়। ইয়াত সাধু-সন্ত আৰু চোৰ-ডকাইতকো একে চকুৰে চোৱা হয়। ইয়াত কোন মানুহ কেতিয়া কি বিপদত পৰিব কোনেও ক'ব নোৱাৰে। ইয়াত ন্যায় বিচাৰ নাই। আমি ইয়াত আৰু একমুহূৰ্তও থকা উচিত নহ'ব। ব'ল এতিয়াই ইয়াৰপৰা যাওঁ।' তেওঁ বাঘৰ ছালখন তুলি লৈ খপজকৈ থিয় হ'ল। তাকে দেখি লগুৱাৰ মূৰত সৰগ ভাঙি পৰিল। সি সন্ন্যাসীক ইয়াৰপৰা নাযাবলৈ কাকূতি মিনতি কৰি কান্দিবলৈ ধৰিলে। সন্ন্যাসী পিছে কোনো-পধ্যেই মান্তি নহ'ল।





'কথাষাৰ ভালকৈ হোৱা নাই, বুজিছ ! যি ৰাজ্যত সকলো বস্তুৰে দাম সমান সেয়া মূৰ্খৰ ৰাজ্য।....'

'যি দেশৰ মানুহে, যি দেশৰ ৰজাই বস্তুৰ গুণাগুণৰ ভূ নাপায়, তেওঁলোকে গুণীৰ গুণৰো মোল নুবুজে। ইয়াত থাকিবলৈ তই কেলেই ইমান মন কৰিছ ? নিতান্তই তোৰ যদি থাকিবৰ মন, মই তোক জোৰকৈ লৈ নাযাওঁ, পিছে ইয়াত থাকিলে তই যে কেতিয়াবা ডাঙৰ বিপদত পৰিবি সেইটো ধুৰূপ। মোৰ আশীৰ্বাদত তই হয়তো বিপদৰ পৰা নিস্তাৰ পাবও পাৰ, সেয়ে কেতিয়াবা তেনে বিপদত পৰিলে মোক স্মৰণ কৰিবি।' সন্ন্যাসী অকলে গ'লগৈ।

গুৰুৰ সৈতে এৰা-এৰি হৈ এইদৰে অকলে থাকিবলগীয়া হোৱাত প্ৰথমতে তাৰ অকণমান বেয়া লাগিছিল যদিও সি যে তেওঁৰ বোজা বোৱা আৰু আলপৈচান ধৰা কামৰপৰা সকাহ পালে সেইবাবে তাৰ আনন্দও লাগিল। সি নিজকে মুকলি মুকলি যেন অনুভব কৰিলে। তাৰ লগত অলপ ধনো আছে, সি মনতে পাঙিলে— তাৰে সি মাছে-মঙহে, ঘিঁউৰে-মৌৰে দকচি খাই সুখত থাকিব পাৰিব। দুদিনমান পাৰ হোৱাৰ পিছত সি নগৰৰ ব্যৱসায়ী এজনৰ তাত এটা চাকৰি পালে। দৰমহাৰ পইচাৰে সি নানান তৰহৰ বস্তু খাবলৈ ধৰিলে। কেইমাহমানৰ ভিতৰতে সি ইমান শকত হ'ল যে সেইটো যেনিবা

মানুহ নহয়— লপথপাই ঘূৰি ফুৰা এটা প্ৰকাণ্ড মাংসপিণ্ডহে। চৰিৰ হেচাত তাৰ চকুদুটা প্ৰায় মুদ খাই থকাৰ নিচিনা হ'ল। কান্ধৰ ওপৰত ডিঙি বুলিবলৈ নায়েই। আৰু পেটটো? তাৰ পেট আৰু কঁকাল বেলেগে চিনিব নোৱাৰি। কঁকালত আনকি ধুতিখনো নোৰোৱা হ'লগৈ।

এদিন এজন চোৰে প্ৰজা এজনৰ ঘৰৰ দেৱাল বগাই চুৰ কৰিবলৈ সোমাওঁতে অকস্মাৎ দেৱালখন ভাগি বাগৰি পৰিল। দেৱালৰ হেঁচাত চেপেটা লাগি চোৰটো মৰি থাকিল। যথাসময়ত দেৱাল ভাগি চোৰ মৰা বাতৰি ৰজা আৰু মন্ত্ৰীৰ কাণত পৰিল। ৰজাৰ চকু টেলেকা-টেলেক হ'ল। মন্ত্ৰীয়ে প্ৰথমতে এহাতেৰে, পিছত দুয়ো হাতেৰে মূৰ খজুৱাবলৈ ধৰিলে।

'এইটো বৰ ডাঙৰ কথা হ'ল, মন্ত্ৰী। দেশত কটোৱাল আছে, নগৰপাল আছে। সকলো থাকোঁতে কেনেকৈ চোৰটোৱে চুৰ কৰিবলৈ আহিবলৈ সাহ কৰিব পাৰিলে? আকৌ, আহিলে যদি আহিলে, দেৱাল ভাগি কিয় মৰিল?'

মন্ত্ৰীয়ে তপৰাই উত্তৰ দিলে— 'হয় মহাৰাজ, তাৰ সাহটো



দেৱালৰ হেঁচাত চেপেটা লাগি চোৰটো মৰি থাকিল।



চাওকচোন। কাৰ হুকুমত সি মৰিবলৈ সাহ কৰিলে? সি চোৰ, তাক আমি হয় শিৰশ্ছেদ কৰিলোঁহেঁতেন, নহ'লে শূলত দিয়ালোঁহেঁতেন! বিনা বিচাৰে চোৰ কিয় মৰিব? এনেকৈ বিনা বিচাৰে চোৰ মৰিলে নগৰপাল, কটোৱাল কাৰোৱেই কাম নাইকিয়া হ'ব। কাক ধৰিব তেওঁলোকে? আমি ৰজা-মন্ত্ৰীয়ে কাৰ বিচাৰ কৰিম? কেইদিনমানৰ ভিতৰতে কোনেও নমনা হ'ব। মহাৰাজ .. এনেকৈয়ে ৰাজ্য যায় এতিয়া '—শেষৰফালে মন্ত্ৰীৰ মাতটো আৰ্তনাদৰ দৰে শুনা গ'ল।

ৰজাও বিচলিত হৈ পৰিল। —'এৰা নিশ্চয় কটোৱাল শুই আছিল; নহ'লে কেনেকৈ চোৰ সোমাবলৈ পালে? মন্ত্ৰী, কটোৱালৰ বিচাৰ হ'ব লাগে।'

তুৰন্তে ধৰি বান্ধি কটোৱালক লৈ অহা হ'ল। মন্ত্ৰীয়ে তাক দেখা মাত্ৰকে গৰ্জিলাই ক'লে— 'শিৰচ্ছেদ'।

ভয়তে কটোৱালে কান্দিবলৈ ধৰিলে। কান্দি কান্দিয়েই সি হাতযোৰকৈ ক'বলৈ ধৰিলে — 'হে মহাৰাজ, হে মহামন্ত্ৰী, মোৰ গাত সমূলি দোষ নাই। মই গৈ পোৱাৰ আগতে চোৰ মৰিল। মই গৈ দেখোঁ দেৱাল ভাগি চোৰ মৰি পৰি আছে। চোৰ মৰা বাবে মোৰ কেনেকৈ দোষ হ'ব?'

ৰজাই মন্ত্ৰীলৈ চালে, মন্ত্ৰীয়ে ৰজালৈ।

'সঁচাই কটোৱালৰ দোষ নাই। কটোৱাল গৈ পোৱাৰ আগতে যদি চোৰ মৰিল কেনেকৈ কটোৱাল দোষী হ'ব? কিন্তু চোৰ মৰাৰ বিচাৰ হ'ব লাগিব। মন্ত্ৰী বিচাৰ কৰা।'

'হয় মহাৰাজ, কটোৱাল নিৰ্দোষ। যি গৃহস্থৰ দেৱাল ভাঙি চোৰ মৰিছিল সিয়েই আচল দোষী। সি যদি দেৱাল ভালকৈ সজালেহেঁতেন তেন্তে কেনেকৈ চোৰ মৰিলেহেঁতেন? গৃহস্থক ধৰি আনি শূলত দিব লাগে।'

চন্তৰীয়ে গৃহস্থক ধৰি আনিলে।

'হেৰৌ গৃহস্থ, তোৰ দোষতে চোৰ মৰিল। যদি এনেকৈ বিনা বিচাৰে নিজ খুচীত চোৰ মৰি থাকে, ৰজা-মন্ত্ৰীয়ে কাৰ বিচাৰ কৰিব? চাউডাং, নগৰপাল, কটোৱাল এইবোৰেনো কাক মাৰিব, কাক ধৰিব? ৰাজ্যত কোনেও কাকো নমনা হ'ব। তোৰ দোষতে ৰাজ্য যায় এতিয়া! তোক শাস্তি দিব লাগে। শূলত দিয়া হ'ব তোক।'

মন্ত্ৰী গৰজি উঠিল।

গৃহস্থই ভয়তে ঠকঠকাই কঁপিব ধৰিলে। বহুতসময় তেওঁৰ মুখেৰে মাত নোলাল। চোৰটোৰে তেওঁৰ ঘৰতে চুৰ কৰিবলৈ আহিছিল, তেৱেঁই জগৰীয়া হ'ল। এনে বিচাৰৰ একো তলানলা বুজি নাপালেও এয়াৰ কথা তেওঁ বঢ়িয়াকৈ বুজি পালে যে তেওঁ প্ৰাণটো দিব লাগিব শূলত। কঁপি-জপি কান্দি-কাটি ৰজা আৰু মন্ত্ৰীৰ আগত আঠু লৈ গৃহস্থই ক'বলৈ ধৰিলে— 'হে মহাৰাজ, হে মন্ত্ৰীবৰ! মোৰ ঘৰৰ দেৱাল ভাগি চোৰ মৰা বাবে ময়ে দোষী, তাত সন্দেহ নাই; কিন্তু দেৱালখন মই সজা নাছিলোঁ। মালীয়েহে দেৱালখন সাজিছিল। গতিকে আপোনালোকে বিচাৰ কৰক দোষী আচলতে কোন।'

'হয়, হয়, গৃহস্থই ঠিকেই কৈছে। সি যদি দেৱাল সজা নাছিল কেনেকৈ তেনেহ'লে সি দোষী হ'ব? আচল দোষী মালীটোহে। তাৰহে বিচাৰ হ'ব লাগে। মহাৰাজ, ৰাজ্য যাওঁ যাওঁ; কিন্তু আমি ন্যায় বিচাৰ কৰিবই লাগিব। এই মুহূৰ্তত মালীক ধৰি আনি ফাঁচী দিয়া হওক।'

কটোৱালে মালীক ধৰি আনিলে। মালীক দেখিয়েই ৰজা খঙত ঘৃতাহুতি হ'ল।

'হেৰৌ মালী, তয়েই যতকুটৰ ঘাই। তোৰ কাৰণেই মোৰ ৰাজ্য যায় এতিয়া। কেলেই তই মজবুতকৈ দেৱালখন সজা নাছিলি? তোৰ শাস্তি শিৰচ্ছেদ।'

মালীয়ে ক'লে— 'হে মহাৰাজ, মোৰ গাত মুঠেও দোষ নাই। মাটি সনা মানুহটোৱে যদি ভালকৈ মাটি সানিলেহেঁতেন, দেৱাল কেতিয়াও নাভাগিলেহেঁতেন। আৰু দেৱাল যদি নাভাঙে, চোৰো নমৰে। গতিকে চোৰৰ মৃত্যুৰ বাবে মাটি সনা মানুহজনহে জগৰীয়া।'

'হয় হয়' —মন্ত্ৰীয়ে তপৰাই শলাগিলে— 'মাটি সনা মানুহজনহে জগৰীয়া। কটোৱাল, তুৰন্তে তাক আনি মোৰ সমুখত থিয় কৰোৱা।'

মাটি সনা মানুহজনক কটোৱালে বান্ধি লৈ আহিল।

'হেৰৌ বাঘৰ আগতেল খোৱা মানুহটো। তই মাটি কেলেই ভালকৈ সনা নাছিলি? জাননে তোৰ কামৰ পৰিণাম কি? মন্ত্ৰী, ইয়াক এতিয়াই শূলত নিবলৈ কোৱা।'

মন্ত্ৰীয়ে শলাগিলে— 'হয় হয় মহাৰাজ, ইয়েই আচল জগৰীয়া। ই মাটি ভালকৈ সানিলে দেৱালখন কেতিয়াও নাভাঙিলেহেঁতেন। দেৱাল নাভাঙিলে চোৰটোৱেও বিনা বিচাৰে মৰিব নোৱাৰিলেহেঁতেন।



মৰাৰ আগতে চোৰটোৰ বিচাৰ হ'ব লাগিছিল, নহ'লে সি পলাব লাগিছিল; কিন্তু তাৰ বিচাৰো নহ'ল, সি পলোৱাও নাই। সি মৰি থাকিল। ইয়েইহে চোৰটোক বিনা বিচাৰে মৰিবলৈ উচটাইছিল, সেইকাৰণেহে ই ভালকৈ মাটি সনা নাছিল। ইয়াক এতিয়াই শূলত দিব লাগে, কটোৱাল!'

মানুহটোৱে কান্দি কান্দি ক'লে— 'হে মহাৰাজ, হে মহামন্ত্ৰী, মোৰ গাত তিল এটাৰ মানো জগৰ নাই। মই এই কাম সদায় কৰোঁ, বৰ যত্নেৰে মই দেৱাল সজা মাটি সানো। মোৰ বাবে চোৰ মৰা নাই. যদিহে ইটা বনোৱা মানুহজনে ভালদৰে ইটা বনালেহেঁতেন তেন্তে কেতিয়াও দেৱাল নাভাঙিলেহেঁতেন। দেৱাল নাভাঙিলে চোৰেও বিচাৰ ফাঁকি দি মৰিবলৈ সুযোগ নাপালেহেঁতেন। গতিকে ইটা বনোৱা মানুহটোহে দোষী।'

মন্ত্ৰীয়ে ৰজালৈ চালে, ৰজাই মন্ত্ৰীলৈ। তাৰপিছত মন্ত্ৰীয়ে মূৰ খজুৱালে, ৰজাই দীঘলকৈ হামি এটা মাৰিলে। ইমান সময় জুৰি ইমান জটিল বিচাৰ কৰিবলগীয়া হোৱাত তেওঁলোকৰ দুয়োৰে মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে।

ৰজাই কটোৱালক ইংগিত দিলে। কটোৱালে চকুৰ পচাৰতে ইটা বনোৱা মানুহজনক বান্ধি আনি ৰজাৰ আগ পোৱালেহি। লগত সি বনোৱা ইটা কিছুমানো লৈ আহিল।

'হেৰৌ মানুহটো! তোৰ ইমান সাহ ক'ৰপৰা হ'ল, হোঁ? তোৰ কাৰণেহে বিনা বিচাৰে চোৰে মৰিবলৈ পালে! ইটা কেলেই ভালকৈ বনোৱা নাছিলি?' —ৰজাই গেঙেৰা মাৰি ক'লে।

'মোৰ গাত সৰিয়হ এটাৰ মানো দোষ নাই মহাৰাজ। মই সদায় ইটা বনাওঁ। খৰিকটীয়াই যেতিয়া শুকান খৰি দিয়ে তেতিয়া ইটাবোৰ পাক ধৰি টান হয়। আকৌ খৰিকটীয়াই কেঁচা খৰিবোৰ দিলে ইটাবোৰ ভালদৰে পাক নধৰি কোমল হৈ থাকে। খৰিকটীয়াইনো কেলেই কেঁচা খৰিবোৰ দিলে তাৰহে বিচাৰ কৰিব লাগে।'

কটোৱালে এইবাৰ খৰিকটীয়াক ধৰি লৈ আহিল। ধৰি লৈ অহাই নহয়— আচলতে তাক ৰচি এডালেৰে বান্ধি চোঁচোৰাই চোঁচোৰাইহে লৈ আহিল।

'মহাৰাজ, ই বনত কেঁচাখৰি কাটি আছিল; মই বিচাৰি পাই চোঁচোৰাই লৈ আহিলোঁ।'

'ইয়েই··· ইয়েই··· ইয়েই··· হে আচল দোষী। ই কিয় বনত



তোৰ কাৰণেহে বিনা বিচাৰে চোৰ মৰিবলৈ পালে! ইটা কেলেই ভালকৈ বনোৱা নাছিলি ?

কেঁচাখৰি কাটি আছিল ; ই জানে যে চোৰ মৰিছে, পৰিবলৈ খৰি লাগিব, সেয়েহে কেঁচা খৰি কাটি আছেগৈ। ই কেঁচা খৰিবোৰৰ দৰেই লিংলিঙিয়া খীন-মীন নিশকতীয়া। হেৰৌ! তই ইমান টেটেৰা-মেমেৰা কিয় ? আকৌ কেঁচাখৰি কেলেই কাটিছিলি ? মহাৰাজ এই টেটেৰাটোহে আমাৰ সিংহাসন লৰিবলগীয়া কৰিছে, ইয়াক এতিয়াই শূলত দিব লাগে।' —মন্ত্ৰীয়ে উগ্ৰমূৰ্তি ধৰি ক'লে।

লেৰেলা চেৰেলা খৰিকটীয়াটোক বধ্যভূমিলৈ চোঁচোৰাই নিয়া হ'ল। শূল পোতা হ'ল, পিছে মানুহজন ইমান খীন যে তাৰ গাত শূলেই নোসোমায়। কেবাজনেও লগলাগি তাক শূলৰ ওপৰত তুলি দিলে যদিও সি ওপৰৰপৰা পাৰেমানে চিঞৰিবলৈ ধৰিলে। ৰজা, মন্ত্ৰী, কটোৱাল, নগৰপাল আৰু ৰাজ্যৰ হাজাৰ-বিজাৰ প্ৰজাই থিয় হৈ খৰিকটীয়াৰ শাস্তি চাবলৈ ধৰিলে।

চাই থাকোঁতে থাকোঁতে এটা সময়ত মন্ত্ৰীয়ে ৰজাক ক'লে— 'মহাৰাজ, ই ইমান খীন যে শূলেই নোসোমায়। আপুনি শূলত দিবলৈ আদেশ দিছিল— সেই আদেশ অথলে যায় এতিয়া! ৰজাৰ আদেশ অথলে গ'ল মানেই সিংহাসন লৰিল, ৰাজ্য ভাঙিল। এনে কথা



কোনোমতে হ'ব দিব নোৱাৰি। শূলত কাৰোবাক দিবই লাগিব ; এই মানুহটোক নমাই আনি তাৰ ঠাইত ৰাজ্যৰ আটাইতকৈ শকত মানুহটোক ধৰি আনি শূলত দিয়া হওক।'

যেনে আদেশ তেনে কাম। খীনমীন খৰিকটীয়াটোৰ গ্ৰহ-গতি কিবা ভাল আছিল হ'বলা— তাক শূলৰপৰা নমোৱা হ'ল। কটোৱালে হেপাহ পলুৱাই তাক কাণতলীয়া চৰ দুটামান মাৰি পঠিয়াই দিলে ; ৰজাৰ চিপাহী-চন্তৰী সকলোৱে এইবাৰ শকত মানুহ বিচাৰি ৰাজ্যৰ চাৰিওফালে চাপলি মেলিলে!

সেই যে সন্ন্যাসীয়ে এৰি থৈ যোৱা লগুৱাজন, সি ইমানদিনে ঘিঁউ, মৌ, মিঠাই, মাছ, মাংস দকচি খাই খাই মস্ত পেটাল শকত-আৱত মানুহ এজন হৈছেগৈ। এতিয়া সি নিজে থিয় হ'ব নোৱাৰে— তাক থিয় কৰাই দিব লাগে, তাৰ চকুদুটা চৰ্বিৰ সাম্ৰাজ্যত ভালদৰে মনিবকে নোৱাৰি। হাত-ভৰিবোৰ কলগছৰ গুৰিটোৰ দৰে লেখীয়া হৈছে। আৰু গাটো ? গাটো হৈছেগৈ সৰুসুৰা পৰ্বত এটাৰ সমান। ৰজাৰ চন্তৰীয়ে গৈ গৈ তাকেই বিচাৰি পালে। সেই সৰুসুৰা পৰ্বতটোক ঠেলি-হেঁচুকি চিপাহী-চন্তৰীবিলাকে বহু কষ্টেৰে আনি ৰজাৰ ওচৰ পোৱালেহি।

ৰজাৰ আদেশত তাক বধ্যভূমিলৈ নিয়া হ'ল। সিদিনাও হাজাৰ-বিজাৰ প্ৰজাই তাক শাস্তি দিয়া চাবলৈ বধ্যভূমিৰ চাৰিওফালে গোট খালে। এনে ভয়ংকৰ বিপদত পৰি বেচেৰা লগুৱাজনে নিৰুপায় হৈ কান্দিবলৈ ধৰিলে। গুৰুৰ উপদেশ মনত পৰি তাৰ তেতিয়াহে বৰ অনুশোচনা হ'ল। সি চিঞৰি চিঞৰি গুৰুক মাতি মাতি কান্দিবলৈ ধৰিলে। গুৰুৱো কিবা প্ৰাণে টানিলে চাগে, তেওঁ ক'ৰবাৰ পৰা লৰি আহি সেই সময়ত বধ্যভূমিত উপস্থিত হ'লহি।

ইতিমধ্যে লগুৱাজনক শূলত দিবলৈ সকলো যা-যোগাৰ সম্পূৰ্ণ কৰা হ'ল। ৰজা, মন্ত্ৰী, ডা-ডাঙৰীয়া সকলো আহি উপস্থিত হৈছেহি। নগৰপাল, চাওডাং, কটোৱাল সকলো হাজিৰ। এনেতে সন্ন্যাসীয়ে দুয়োহাত ওপৰলৈ তুলি চিঞৰি চিঞৰি বধ্যভূমিত প্ৰবেশ কৰিলে— 'হে মহাৰাজ, হে মহামন্ত্ৰী, এই মানুহজনক শূলত নিদিব। তেওঁৰ সলনি মোক শূলত দিয়ক— মোক শূলত দিয়ক— অনুগ্ৰহ কৰক... মহাৰাজ... অনুগ্ৰহ কৰক...।'

ৰজা আচৰিত হ'ল, তেওঁ মন্ত্ৰীৰ মুখলৈ চালে। মন্ত্ৰীয়ে প্ৰথমতে এহাতেৰে তাৰপিছত দুয়োহাতেৰে মূৰটো খজুৱাবলৈ ধৰিলে।

সন্ন্যাসী আহি উত্তৰ গালেহি— 'হে মহাৰাজ, যিদিনা যি ক্ষণত এই শূল পোতা হৈছিল সেই সময়ত মহেন্দ্ৰযোগ মিলিছিল, সেই ক্ষনত পোতা শূলত উঠিলে পোনে পোনে স্বৰ্গলৈ গৈ ৰজা হ'ব পাৰি— মই গোটেই জীৱন সন্ন্যাস ধৰ্মত থাকি ভগবানৰ উপাসনা কৰিলোঁ, নানান ব্ৰতাচৰণ কৰিলোঁ। গতিকে এই শূলত মোক হে দিয়ক— মই পোনে পোনে স্বৰ্গলৈ গৈ ৰজা হ'ব পাৰিম। এই পাপীক স্বৰ্গলৈ যাবলৈ দিলে ৰজাৰ অধৰ্ম হ'ব— ৰাজ্যখনক পাপে চুব। সেয়ে মহাৰাজ, মই কাবৌ কৰিছোঁ, এই শূলত মোক উঠিবলৈ অনুমতি দিয়ক।'

ৰজাই ক'লে— 'মই ৰজা থাকোঁতে ক'ৰ টোকোনা সন্ন্যাসী এটা আহি স্বৰ্গৰ ৰাজপাট খাবগৈ। এনে কথা হবই নোৱাৰে, মন্ত্ৰী, এই শূলত মইহে উঠিম। মোক শূলত দিয়াৰ ব্যৱস্থা কৰক।' মন্ত্ৰীয়ে ক'লে 'মহাৰাজ, ইমান দিনে আপোনাৰ লগত থাকি প্ৰজাসকলৰ কল্যানৰ বাবে নানান সৎকাম কৰি মই জীৱনটো কটালোঁ। গতিকে এই শূলত মোক উঠিবলৈ অনুমতি দিয়ক— মই পোনে পোনে স্বৰ্গলৈ গৈ ৰজা হ'ব পাৰিম।'

ৰজাই এই প্ৰথমবাৰৰ বাবে মন্ত্ৰীৰ বুদ্ধিক শলাগিব নোৱাৰিলে। তেওঁ গহীনাই ক'লে 'চোৱা মন্ত্ৰী, মই ৰজা। এই ৰাজ্য মোৰ, শাসন চলাইছোঁ মই। গতিকে মই থাকোতে তুমি স্বৰ্গলৈ গৈ ৰজা হ'বলৈ ইচ্ছা



'....মহাৰাজ, মই কাবৌ কৰিছোঁ এই শূলত মোক উঠিবলৈ দিয়ক।'



কৰাটো জানো সমীচীন হৈছে? মই ইয়াত ৰজা হৈ আছোঁ, তাতো গৈ ৰজা হ'ম— এয়াহে উচিত, এয়াহে ন্যায় বিচাৰ। তুমি তুৰন্তে মোক শূলত দিয়াৰ ব্যৱস্থা কৰা, এয়া মোৰ আদেশ, ইয়াৰ অন্যথা নকৰিবা!

আদেশ মতে কাম। ৰাইজে হৰিধ্বনি দিলে, ঢুলীয়াই ঢোল, কালিয়াই কালি, বাঁহীবাদকে বাঁহী বজাবলৈ ধৰিলে। সকলোৱে ধৰি মেলি ৰজাক নি শূলত তুলি দিলে। শূলত উঠি ৰজাই যন্ত্ৰণাত চিঞৰিবলৈ ধৰিলে, পিছে ইমানবোৰ বাজনাৰ শব্দ, হৰিধ্বনিৰ শব্দত কোনেও ৰজাৰ যন্ত্ৰণাকাতৰ চিঞৰ নুশুনিলে। ৰজাই আনন্দমনেৰে শূলত উঠি পোনে পোনে স্বৰ্গলৈ গৈ ৰজা হোৱা বুলি আটায়ে বিশ্বাস কৰিলে।

আৰু মন্ত্ৰীবৰ? এবা কি দশা হ'ল মন্ত্ৰীবৰৰ? ৰজা মৰা দেখি মন্ত্ৰীৰ হাত-ভৰি ঠক্ ঠকৈ কঁপিবলৈ ধৰিলে— যি দেশত ৰজা নাই সেই দেশ তেনেই অৰাজক সেই দেশত কোনেও কাকো নামানিব— সেই দেশত কেতিয়া কি বিপদ ঘটে একো ক'ব নোৱাৰি। এইবোৰকে ভাবি চিন্তি মন্ত্ৰীয়ে বৰ অসহায়, বৰ বিপদত পৰা যেন অনুভব কৰিলে। তেওঁ লৰি গৈ কুঁৱা এটাত জাঁপ দি মৰি থাকিল।

